# কুসুম কানন

( গুলেস্তাঁৰ অনুবাদ )

মোহাম্মদ চাদেৰ আলী
সাহিত্যিক পেঞ্চনাৰ আৰু
অৱসৰপ্ৰাপ্ত বোগান অধীক্ষক ।




জালুকবাৰী, গুৱাহাটী-১৪
১৯৮১ খৃষ্টাব্দ ।

# আগ-কথা

কুসুম-কানন পাৰস্যৰ চুফী কবি-সাহিত্যিক শেখ ছাদীৰ গুলিস্তান অৰ্থাৎ 'গোলাপৰ উদ্যান'ৰ নামৰ বিখ্যাত গ্ৰন্থৰ অসমীয়া অনুবাদ। জীৱনৰ বিভিন্ন অভিজ্ঞতাৰে কাহিনী আকাৰে ৰচিত উপদেশমূলক পুথি গুলিস্তানখন পৃথিৱীৰ নানান ভাষালৈ অনুদিত হৈছে আৰু ই পশ্চিমীয়া কবি সাহিত্যিকক প্ৰভাৱান্বিত কৰিছে। এনে এখন পুথিৰ অসমীয়ালৈ পূৰ্ণাঙ্গ অনুবাদ হোৱাটো অতি সুখৰ কথা। অসমৰ এগৰাকী সাহিত্যিক পেঞ্চনাৰ মোহাম্মদ চাদেৰ আলি চাহাবৰ এই কুসুম-কাননে অসমীয়া অনুবাদ সাহিত্যৰ সৌষ্ঠৱ বঢ়াইছে, সন্দেহ নাই।

মোহাম্মদ চাদেৰ আলী চাহাবৰ কাৰণে সাহিত্য চৰ্চা এটা এৰিব নোৱাৰা নিচা; তেখেতে আজীৱন অতি নিষ্ঠাৰে অসমীয়া সাহিত্যৰ সাধনা কৰি আহিছে। এই নীৰৱ সাহিত্য সেৱাৰ যোগ্য সমাদৰ তেখেতৰ সাহিত্যিক পেঞ্চন। তেখেতৰ আপাতনীয়া প্ৰচেষ্টাৰ ফলতে অসমীয়া ইছলামী সাহিত্য কানন সুশোভিত আৰু সুৰভিত হৈছে। মুছলমানসকলৰ অমৰ গ্ৰন্থ পৱিত্ৰ কোৰ্আন শৰিফৰ সহজ সৰল অনুবাদ এই ইছলামী সাহিত্যৰ প্ৰোজ্জ্বল সৌধ। ইয়াৰ উপৰিও তেখেতে ইছলাম ৰবি, মুক্তিৰ সন্ধান, নবী কাহিনী, হাদিছৰ বানী, কোৰানৰ বানী আদি কৈখনমান পুথি ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিছে। তেখেতৰ এই সাহিত্যৰাজিয়ে অসমীয়া জাতীয় জীৱনত সাম্প্ৰদায়িক সম্প্ৰীতি আৰু ধৰ্মীয় সংহতি স্থাপনতো অশেষ অৰিহণা যোগাইছে।

এনে এগৰাকী নীৰৱ সাধকক অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱা কৰিবলৈ ভগৱন্তই সুদীৰ্ঘ জীৱন আৰু শক্তি সামৰ্থ দান কৰক ইয়াকে কামনা কৰিছোঁ।

গুৱাহাটী বিশ্ব বিদ্যালয় }
৪ মে' ১৯৮১ চন }

শ্ৰীগোলোক চন্দ্ৰ গোস্বামী।
৪-৫-১৯৮১

# সূচী-পত্ৰ

# পাতনি

মহা কবি শেখ ছাদীৰ কথা পৃথিৱীৰ সকলোৱে জানে। তেওঁৰ আচল নাম শেখ মছলেহ-উদ্দিন ছিৰাজী। পিছত তেওঁ ছাদী' উপাধি গ্ৰহণ কৰে। পাৰস্যৰ ছিৰাজ নগৰত তেওঁ ১১৭৫ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰে, আৰু ১২৯৬ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয়। তেওঁ ১২৫৮ খৃষ্টাব্দত গুলেস্তাঁ আৰু ১২৫৭ খৃষ্টাব্দত বুস্তাঁ নামেৰে দুখনি জগত বিখ্যাত কিতাপ প্ৰকাশ কৰি উলিয়ায়।

এই জগত বিখ্যাত কিতাপ দুখনিৰ নাম নুশুনা লোক পৃথিৱীত বিৰল। পথৰ ভিক্ষাৰীৰৰ পৰা ৰজা-বাদচাহলৈ প্ৰত্যেকে নিজৰ প্ৰাণৰ কথা এই জগত বিখ্যাত কিতাপ দুখনিত পায় আৰু প্ৰয়োজনীয় শিক্ষা আৰু উপদেশবোৰ লাভ কৰি উপকৃত হয়। তদুপৰি পৃথিৱীৰ মানৱ জাতিৰ প্ৰাণৰ কথা এই কিতাপ দুখনিত প্ৰতিধ্বনিত হৈছে বুলিয়ে দুয়োখনি কিতাপেই সকলোৰে মাজত সমাদৰ পাইছে। আনকি সুদূৰ ইউৰোপতো কবিৰ গুলেস্তাঁ আৰু বুস্তাঁৰ অনুবাদে বিশেষ ভাবে সমাদৰ লাভ কৰিছে।

কবিয়ে সুদীৰ্ঘ ত্ৰিশ বছৰ কাল এচিয়া, ইউৰোপ আৰু আফ্ৰিকাত ভ্ৰমণ কৰাত তেওঁৰ ভ্ৰমণৰ সকলোবোৰ অভিজ্ঞতা গুলেস্তাঁৰ মাজেদি প্ৰকাশ পাইছে। সেয়েহে আজি মুছলিম জগতত গুলেস্তাঁৰ সমাদৰ অত্যন্ত বেছি। মানৱ জীৱনৰ প্ৰত্যেক অৱস্থাতে ইয়াৰ উপদেশ আৰু শিক্ষাবোৰ কামত লাগে। ইয়াৰ সৌৰভত আজি গোটেই জগত সুৰভিত।

গুলেস্তাঁ মানে কুসুম কানন। বেহেস্ত (অৰ্থাৎ স্বৰ্গৰ বাগান) যিদৰে আঠোটা অংশত বিভক্ত; কবিৰ গুলেস্তাঁ খনিও সেইদৰে আঠোটা অধ্যায় বা অংশত বিভক্ত। ইয়াৰ ভাষা সাধাৰণতে গদ্য; কিন্তু উপদেশবোৰৰ বেছি ভাগেই কবিতাত লিখা। ইয়াৰ গল্পবোৰ উপদেশ দিয়াৰ উদ্দেশ্যে লিখা হৈছে। মাজে মাজে

সুমধুৰ কবিতাবোৰৰ দ্বাৰা ইয়াৰ সৌন্দৰ্য্য বহুল পৰিমাণে বৃদ্ধি কৰা হৈছে। গতিকে এই মহা গ্ৰন্থখনি অসমীয়ালৈ অনুবাদ কৰোঁতে মইও সেই নীতিকে অৱলম্বন কৰিছোঁ।

আন আন কবিৰ কথা পাহৰিব পাৰিলেও মহা কবি শ্বেখ ছাদীৰ কথা জগতে পাহৰিব নোৱাৰে। তেওঁ জগতক যি দান দি গৈছে তাৰ তুলনা নাই। মই জনাত পোন প্ৰথমে আমষ্টাৰ্ডমৰ লেটিন ভাষাত গুলেস্তাঁৰ অনুবাদ প্ৰকাশ হৈ ওলায়। তাৰ পিছত ই জাৰ্মান, ফৰাচী, ইংৰাজী, তুৰ্কী আৰবী আদি পৃথিৱীৰ বিভিন্ন ভাষাত অনুবাদ হৈ ওলাল। ভাৰতবো উৰ্দু, গুজৰাতী, ব্ৰজ, বঙ্গালী আদি ভাষাত ইয়াৰ অনুবাদ আছে।

এই মহা গ্ৰন্থখনিৰ অনুবাদ অসমীয়া ভাষাত নাই। সেইহে মোৰ সামান্য শক্তিৰে মই এই বিৰাট কামটি হাতত লৈ ৰাইজৰ অভাৱ দূৰ কৰিবলৈ আগ বাঢ়িলোঁ। সহৃদয় পাঠক-পাঠিকা সকলে ইয়াত যদি কিবা ভুল ত্ৰুটি দেখে সেইবোৰ দয়া কৰি আঙুলিয়াই দিলে পৰম আনন্দিত হ'ম।

গ্ৰন্থখনিৰ প্ৰকাশনৰ বাবে অসম চৰকাৰে ৪৪০০'০০ টকা আৰ্থিক সাহায্য দিয়াত আৰু ব্যস্তে লিখা অৱস্থাতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ শ্ৰীগোলোক চন্দ্ৰ গোস্বামী এম.এ. পি.এইচ.ডি. ডাঙৰীয়াই চকু ফুৰাই আগ কথা এটি লিখি দিয়া বাবে অসম চৰকাৰ আৰু তেখেতৰ ওচৰত মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

মোৰ পবিত্ৰ কোৰআন, মুক্তিৰ সন্ধান, নবী কাহিনী আদি কিতাপবোৰৰ দৰে এই গ্ৰন্থখনিও ৰাইজৰ সমাদৰ পাব বুলি আশা ৰাখিলোঁ। নিবেদন ইতি —

বিনীত —

জালুকবাৰী : গুৱাহাটী—১৪ } মোহাম্মদ চাদেক আলী।
৫ মে' ১৯৮১ খ্ৰীষ্টাব্দ

## প্ৰথম অধ্যায়

# ৰাজ চৰিত্ৰ

(১)

পাৰস্যত এজন ডাঙৰ বাদচাহ আছিল। তেওঁ কোনোবা এজন বন্দীৰ প্ৰাণদণ্ডৰ আদেশ দিছিল। দুৰ্ভগীয়া বন্দীটোৱে জীৱনত সম্পূৰ্ণ হতাশ হৈ তাৰ নিজ ভাষাৰে বাদচাহক কঠোৰ ভাবে গালি পাৰিবলৈ ধৰিলে। কাৰণ, জীৱনৰ আশা হেৰুৱালে মানুহে মনৰ দুখতে বহুতো কথা কয়।

বাদচাহে সুধিলে,—"সি কি কৈছে ?" এজন উজীৰে এই দুৰ্ভগীয়া বন্দীটোক বচোৱাৰ উদ্দেশ্যে কলে, "হুজুৰ! সি কৈছে যে খোদাপ্ৰিয় লোকসকলে নিজৰ খং দমন কৰে আৰু আনৰ অপৰাধ ক্ষমা কৰে।" এই কথা শুনি বাদচাহৰ মনত দয়া উপজিল। তেওঁ বন্দীটোৰ প্ৰাণ দণ্ডৰ আদেশ ৰহিত কৰিলে।

সেইজন উজীৰৰ প্ৰতি আন এজন উজীৰৰ হিংসা ভাব আছিল। তেওঁ কলে "বাদচাহৰ ওচৰত আমি মিছা কথা কোৱা উচিত নহয়। সেই বন্দীটোৱে বাদচাহক গালি পাৰিছে আৰু তেওঁৰ বিষয়ে বহুতো অনুপযুক্ত কথা কৈছে।" বাদচাহে কথাটো শুনি বৰ বিৰক্ত হল আৰু কলে, "আপোনাৰ এই সঁচা কথাটোতকৈ আগৰ মিছা কথাটো মোৰ বেছি প্ৰীতিকৰ আছিল। কাৰণ তেওঁৰ উদ্দেশ্য আছিল কল্যাণকৰ আৰু আপোনাৰ উদ্দেশ্য হৈছে অনিষ্টকৰ। জ্ঞানীলোকে কয় যে অপ্ৰিয় কথা সত্য হলেও ক'ব নাপায়। অসত্যৰ উদ্দেশ্য যদি ভাল হয় তেন্তে ই অনিষ্টকৰ সঁচা কথাতকৈ বেছি ভাল।

যদি কাৰোবাৰ নাইছি বন্ধ  
পলাবলৈ পথ বিপদ কালত;  
বাধ্য হৈ তেওঁ ধৰে তেতিয়াই  
চোকা তৰোৱাল নিজৰ হাতত।

—x—

( ২ )

পাৰস্যত ফৰিছুন নামেৰে এজন প্ৰসিদ্ধ বাদচাহ আছিল। তেওঁৰ ৰাজ প্ৰাসাদৰ তোৰণত এইবোৰ কথা লিখা আছিল—

হেৰা হেৰা ভাইহঁত শুনা সকলোৱে
এই ধৰাখনি কাৰো নাথাকিব লগে ;
জগতৰ অধিপতি আল্লাৰ লগত
ৰাখিবা হৃদয় মন আবদ্ধ সবে ।

পৃথিবীত আছে কত ৰাজ্য ধন সোণ
ৰাজ সিংহাসন আদি অতুল বৈভৱ ;
নকৰিবা নিৰ্ভৰ সিসবে কদাপি
নকৰিবা কেতিয়াও ধনৰ গৌৰৱ ।

আছিল বহুতো লোক এই জগতত
তোমালোকৰ নিচিনা দেখুৱাই ভাৱ ;
এৰি এই ধৰাখনি গুচি গল সবে
নাই আজি সিহঁতৰ কোনো চিন চাব ।

যেতিয়া প্ৰবল বেগে যাবহি ওলাই
মানৱ দেহৰ পৰা পবিত্ৰ পৰাণ ;
ৰাজ সিংহাসন কিম্বা ধৰণীৰ মাটি
দেখিবাহি তোমালোকে সকলো সমান ।

— x —

( ৩ )

এদিনাখন ৰাতি খোৰাচানৰ এজন ৰজাই প্ৰসিদ্ধ বাদচাহ চুলতান মাহমুদ গজনবীক সপোনত দেখিলে। তেওঁ দেখিলে যে চুলতান মাহমুদৰ গোটেইটো শৰীৰ যেন গেলি পচি নষ্ট হৈ গৈছে। মাত্ৰ চকু দুটা বিকৃত নহৈ চাৰিও পিনে ঘূৰি ঘূৰি যেন কিবা বিচাৰি চাই

আছে। দেশৰ জ্ঞানীলোক সকলে এই অদ্ভুত সপোনটিৰ কোনো নিগূঢ়তত্ত্ব ক'ব নোৱাৰিলে। অৱশেষত এজন দৰবেশে ইয়াৰ ব্যাখ্যা কৰি কলে যে চুলতান মাহমুদৰ অতি আকঙ্ক্ষিত সাম্রাজ্য আনৰ অধীনত আছে আৰু তেওঁ পৰলোকৰ পৰা অতি দুখ আৰু আক্ষেপেৰে সেইটো লক্ষ্য কৰিছে।

কতেক বিখ্যাত লোক ধৰণী বুকুত
হইছেহি সমাহিত নাই চিন তাৰ;
আছে মাথো নাম পৰি এই জগতত
গইছে যদিও এৰি ইখন সংসাৰ।

— x —

( ৪ )

ৰজাৰ এজন পুতেক বৰ চুটি চাপৰ আছিল। তেওঁ দেখিবলৈও বৰ ধুনীয়া নাছিল। কিন্তু তেওঁৰ ককায়েক ভায়েকসকল ওখ আৰু ধুনীয়া আছিল। ৰজাই এই চুটি চাপৰ ৰাজকুমাৰ জনক অনেক সময়ত ঘৃণাৰ চকুৰে চাইছিল। ৰাজকুমাৰে এইটো বুজিব পাৰি এদিন পিতাকক কলে, "হে পিতা! ডাঙৰ দীঘল মূৰ্খ লোকতকৈ চুটি চাপৰ জ্ঞানীলোক বেছি ভাল। কোনো বস্তুৰ আকৃতি ডাঙৰ হলেই তাৰ মূল্য বেছি নহয়। ছাগলী দেখিবলৈ যদিও সৰু ই হালাল ( বিধেয় ) আৰু পবিত্র; কিন্তু প্রকাণ্ড হাতী এটা কেতিয়াও হালাল আৰু পবিত্র হ'ব নোৱাৰে।"

চুটি চাপৰ পুতেকটিৰ কথা শুনি ৰজাই হাঁহিলে আৰু সভাসদ সকলেও তেওঁৰ কথা পছন্দ কৰিলে; ৰজাৰ বাকী কেইটা পুতেকে শুনি মনত দুখ পালে।

ইয়াৰ কেইদিন মান পিছত ৰজাৰ এজন শত্রুৱে তেওঁৰ ৰাজ্য আক্রমণ কৰিলে। তেতিয়া চুটি চাপৰ ৰাজকুমাৰ জনে এদল সৈন্য লৈ শত্রুদলক পৰাজয় কৰিলে। ৰজাই তাকে দেখি পুতেকৰ চকুত আৰু মূৰত চুমা খালে আৰু তেওঁকেই ৰাজ্যৰ ভবিষ্যত উত্তৰাধিকাৰী বুলি ঘোষণা কৰিলে।

এই কথাত ৰজাৰ বাকী কেইটা পুতেকৰ মনত হিংসাৰ ভাৱ জন্মিল আৰু তেওঁক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। ৰজাই কথাটো গম পাই বাকী ৰাজকুমাৰ সকলক যথোচিত শাস্তি দিলে আৰু সাম্ৰাজ্যৰ বিভিন্ন প্ৰদেশত তেওঁলোকক শাসন কৰ্ত্তা হিচাবে নিযুক্ত কৰিলে। এইদৰে ককায়েক ভায়েক সকলৰ মাজত শত্ৰুতাৰ অৱসান হ'ল।

যদিও দেখাত 'তুৰ" ক্ষুদ্ৰ অতিশয় ;
আন গিৰি মহিমাত সমান নহয়।

—×

( ৫ )

আৰব দেশৰ এদল দস্যুই এখন পাহাৰৰ ওপৰত এটা আড্ডা স্থাপন কৰিছিল। সিহঁতৰ ভয়ত দেশৰ লোক সকল কোঁচ খাই আছিল। বণিক সকলেও ভয়তে নিজৰ বেপাৰ বাণিজ্য বন্ধ কৰিবলৈ বাধ্য হৈছিল। ৰজাৰ সৈন্যসকলে যথেষ্ট চেষ্টা কৰিও সিহঁতক দমন কৰিব পৰা নাছিল। কাৰণ সিহঁতৰ আশ্ৰয়ৰ স্থান পাহাৰৰ বহুত ওপৰত গোপন ঠাইত আছিল। সেই ঠাইডোখৰ কোনেও বিচাৰি উলিয়াব পৰা নাছিল।

তেতিয়া দেশৰ ডাঙৰ ডাঙৰ কৰ্মচাৰীসকল এই বিষয়ে অতি চিন্তিত হ'ল। তেওঁলোকে ভাবিলে যে এই দস্যুসকলে এইদৰে প্ৰশ্ৰয় পালে অৱশেষত ইহঁতক দমন কৰা বৰ টান হ'ব। পিছত এইটো স্থিৰ হ'ল যে ইহঁতক বিচাৰি উলিয়াবলৈ এদল গুপ্তচৰ নিযুক্ত হওক। তেওঁলোকে পোনতে এই দলটোৰ গতিবিধি লক্ষ কৰিব। কিছু দিনৰ চেষ্টাৰ পিছত ইহঁতৰ আড্ডাটো বিচাৰি পোৱা গ'ল। তাৰ পিছত এদিনাখন ৰাতি হঠাতে এদল অতি সাহসী সৈন্যই ইহঁতক আক্ৰমণ কৰি লুটি অনা মাল বস্তুবোৰ জব্দ কৰিবলৈ আৰু দস্যুসকলকো গ্ৰেপ্তাৰ কৰিলে। ৰাতিপুৱা ইহঁতক নি সম্ৰাটৰ ওচৰত হাজিৰ কৰা হ'ল। সম্ৰাটে ইহঁতৰ প্ৰাণদণ্ডৰ আদেশ দিলে।

দস্যুৰ দলটোত এটি কম বয়সীয়া ল'ৰা আছিল। সি মাত্র যৌৱনৰ সীমাত ভৰি দিছে। মন্ত্রীৰ অনুৰোধত ৰজাই লৰাটিৰ প্রাণ-দণ্ডৰ আদেশ ৰহিত কৰিলে আৰু তাৰ সুশিক্ষাৰ ব্যৱস্থা কৰি দিলে। সকলোৱে ভাবিছিল যে লৰাটিয়ে সুশিক্ষা পালে হয়তো সি পিছত গৈ চৰিত্রবান আৰু জ্ঞানী হ'ব।

লৰাটিয়ে সুশিক্ষা পোৱাত তাৰ জ্ঞান, বুদ্ধি আৰু স্বভাৱ চৰিত্রত সকলোৱে আনন্দ পালে। মন্ত্রীয়ে এদিনাখন কথা প্রসঙ্গত ৰজাৰ আগত লৰাটিৰ বিষয়ে কলে আৰু তাৰ জ্ঞান, বুদ্ধি আৰু স্বভাৱ চৰিত্রৰ প্রশংসা কৰিলে। ৰজাই মিচিকিয়াই হাঁহি এটি মাৰি কলে,—

"বাঘৰ পোৱালি বাঘ    হয় অৱশেষে ;
যদিও পালিত হয়    মানৱৰ বেশে।"

কেই দিনমানৰ পিছত দেখা গল যে সেই লৰাটিয়ে এদল দুষ্ট প্রকৃতিৰ লোকৰ লগত ঘনিষ্ঠ ভাবে মিলিবলৈ আৰম্ভ কৰিছে। তাৰ পিছত সি সুযোগ পাই মন্ত্রী আৰু তেওঁৰ দুজন পুতেকক হত্যা কৰিলে আৰু বহুতো ধন সম্পত্তি নি দস্যুৰ দলত যোগ দিলে।

ৰজাই এই সংবাদ পাই মনত বৰ দুখ পালে আৰু কলে,—

নহয় কুসুমোদ্যান    শুকান ভূমিত ;
ইতৰৰ উপকাৰ    হয়হি অহিত।

—×—

( ৬ )

তুৰস্কত আগলামাছ নামেৰে এজন বাদচাহ আছিল। তেওঁৰ ৰাজপ্রাসাদৰ সন্মুখত এদিনাখন এজন সৈনিকপুত্রক দেখা গ'ল। তেওঁৰ কপালত অসাধাৰণ জ্ঞান, বিচক্ষণতা আৰু প্রতিভাৰ পৰিচয় পোৱা গৈছিল। শৈশৱৰ পৰাই তেওঁৰ ভিতৰত মহত্বৰ চিন প্রকাশ পাইছিল আৰু দেখিবলৈও লৰাটি বৰ ধুনীয়া আছিল। গতিকে লৰাটিয়ে অতি সহজে বাদচাহৰ দৃষ্টি আকর্ষণ কৰিলে।

বাদচাহে সৈনিক পুত্ৰক মাতি আনি উচ্চ ৰাজ কাৰ্য্যত নিযুক্ত কৰিলে। তাকে দেখি সৈনিক পুত্ৰৰ আত্মীয় স্বজনৰ হিংসাৰ জুই জ্বলি উঠিল। সিহঁতে তেওঁৰ জীৱন নাশ কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। এদিনাখন বাদচাহে কথাটো জানিব পাৰি সৈনিক পুত্ৰক সুধিলে, "মানুহে তোমাৰ শত্ৰুতা কৰে কিয় ?" সৈনিক পুত্ৰই কলে, "হুজুৰৰ অনুগ্ৰহৰ ছায়াত থাকি মই সকলোকে সন্তুষ্ট কৰিব পাৰিছোঁ ; কিন্তু হিংসুক সকলক সন্তুষ্ট কৰিবলৈ মই কোনো উপায় পোৱা নাই। কাৰণ, সিহঁতে মোৰ অনিষ্ট কৰিহে সন্তুষ্ট হব। বাদচাহে কলে,—

নিজৰ বন্ধু থাকে সহায়ত যাৰ ;
নোৱাৰে কৰিব একো শত্ৰুই তাৰ।

তাৰ পিছত দেখা গল যে শত্ৰুৰ সকলোবোৰ চেষ্টা ব্যৰ্থ হ'ল।

— x —

( ৭ )

আজমৰ এজন ৰজাই প্ৰজাসকলৰ ওপৰত অত্যন্ত অত্যাচাৰ উৎপীড়ন কৰিছিল আৰু তেওঁলোকৰ পৰা জোৰ কৰি অন্যায় ভাবে টকা পইচা আদায় কৰি নিছিল। লাহে লাহে অত্যাচাৰৰ মাত্ৰা ইমান বাঢ়িল যে প্ৰজাসকলে দেশ এৰি পলাই যাবলৈ আৰম্ভ কৰিলে। প্ৰজা কমি যোৱাৰ লগে লগে ৰাজ্যৰ আয় উন্নতিও কমি গল আৰু ৰাজ ভঁৰাল শূণ্য হৈ গল। চাৰিও পিনে নানা দুৰ্দ্দশাই দেখা দিলে। এই সুযোগতে শত্ৰুৰ লোলুপ দৃষ্টি ৰাজ্যখনৰ ওপৰত পৰিল আৰু সিহঁতে ৰাজ্য আক্ৰমণ কৰিবলৈ প্ৰস্তুত হ'ল।

এদিনাখন বিখ্যাত শাহনামা গ্ৰন্থখনি ৰাজ সভাত পাঠ কৰা হৈছিল। মন্ত্ৰীয়ে কথা প্ৰসঙ্গত ৰজাক ক'লে যে ফৰিদুনৰ ধন বল, জনবল, আদি একেবাৰেই নাছিল। তথাপি তেওঁ কি দৰে ৰাজ্য লাভ কৰিলে হুজুৰে জানো সেইটো বুজিব পাৰিছে ? ৰজাই কলে, "দেশৰ

বহুতো লোক তেওঁৰ অনুগত আছিল। সেই লোকৰ সহায়তহে তেওঁ ৰাজ্য লাভ কৰিছিল।” মন্ত্ৰীয়ে তেতিয়া বিনীত ভাবে ৰজাক ক’লে, “দেশৰ লোকসকলৰ সহায়তাই যেতিয়া ৰাজ্য লাভৰ প্ৰধান কাৰণ, তেতিয়া হুজুৰে প্ৰজাসকলৰ ওপৰত অত্যাচাৰ উৎপীড়ন কৰিছে কিয় ? হুজুৰৰ জানো ৰাজ্য ৰক্ষাৰ পিনে তেনেকুৱা মনোযোগ নাই ?”

ৰজাই ক’লে, “কি কৰিলে প্ৰজা আৰু সৈন্যসকল অনুগত হয় ?” মন্ত্ৰীয়ে ক’লে, “ৰজাই দান আৰু অনুগ্ৰহ কৰা আৱশ্যক ; তেতিয়া হ’লে প্ৰজা আৰু সৈন্যসকল অনুগত হ’ব। কিন্তু দুখৰ বিষয়, হুজুৰৰ ভিতৰত এই দুয়োটা মহৎ গুণৰেই অভাব।

মন্ত্ৰীৰ উপদেশ ৰজাৰ পছন্দ নহ’ল। তেওঁ খং কৰি মন্ত্ৰীক কাৰাগাৰত বন্দী কৰি ৰাখিলে। ইয়াৰ কেইদিন মান পিছতে শত্ৰুই ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। দেশৰ প্ৰজাই শত্ৰুৰ পক্ষ অৱলম্বন কৰাত শত্ৰুৰ শক্তি বাঢ়িল আৰু সেই অত্যাচাৰী ৰজাজনৰ ৰাজত্বৰ অৱসান হ’ল।

অত্যাচাৰ যদি কৰে ভূপতিয়ে  
অধীন জনৰ ওপৰত ভাই ;  
বিপদ কালত বন্ধু সবে তাৰ  
হয় বিদ্ৰোহী উপায় নাপাই।

—x—

(৮)

এজন বাদচাহে আজম দেশৰ এটি গোলামৰ লগত সাগৰ ভ্ৰমণ কৰিছিল। গোলামটিয়ে আগেয়ে কেতিয়াও সাগৰ দেখা নাছিল আৰু সাগৰ ভ্ৰমণৰ কোনো কষ্টও ভোগ কৰা নাছিল। গতিকে সাগৰ দেখি সি বৰ ভয় পালে। সি এনেকৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে যে জাহাজৰ লোকসকল অতিষ্ঠ হৈ উঠিল। বাদচাহো

অস্থিৰ হ'ল ; কিন্তু তাক শান্ত কৰিবলৈ কোনো উপায় নাপালে ।

সেই জাহাজ খনত এজন বৰ জ্ঞানী লোক আছিল । তেওঁ কলে যে যদি বাদচাহে অনুমতি দিয়ে তেন্তে তেওঁ এই গোলামটিক শান্ত কৰিব পাৰে । বাদচাহে কলে, 'সি জাহাজৰ সকলোকে অতিষ্ঠ কৰি তুলিছে । যদি আপুনি তাক শান্ত কৰিব পাৰে আমি বৰ উপকৃত হম ।

জ্ঞানী লোকজনে বাদচাহৰ অনুমতি পাই গোলামটিক সাগৰত পেলাই দিবলৈ আদেশ দিলে । তাক সাগৰত পেলাই দিয়া হ'ল । সি যেতিয়া সাগৰত পৰি ঢোকে ঢোকে পানী খাবলৈ ধৰিলে তেতিয়া তাক জাহাজত উঠাই লোৱা হ'ল । তাৰ পিছত সি মনে মনে জাহাজৰ এটি কোনত বহি থাকিল আৰু সি চিএৰ বাখৰ বন্ধ কৰি শান্ত হ'ল ।

বাদচাহে আচৰিত হৈ জ্ঞানী লোকজনক সুধিলে, "আপুনি গোলামটিক কেনেকৈ শান্ত কৰিলে ?" জ্ঞানীলোকজনে কলে, "জাহাজৰ নিৰাপত্তা সমন্ধে গোলামটোৱে একো নাজানিছিল । কষ্টত নপৰিলে মানুহে নিৰপত্তাৰ মৰ্য্যাদা বুজি নাপায় । ঠিক সেই দৰে আমাৰ স্বাস্থ্য যে কেনেকুৱা অমূল্য বস্তু বেমাৰীৰ বাহিৰে আনে তাক বুজি নাপায় ।"

ক্ষুধাৰ্ত্তই পায় যিটো খায় সমাদৰে ;
শান্তিৰ আদৰ বুজে শান্তি হীন নৰে ।

— x —

( ৯ )

আজম দেশত এজন বুঢ়া বাদচাহ আছিল । তেওঁৰ বৰ ডাঙৰ বেমাৰ হৈছিল । তেওঁৰ জীৱনৰ আশা নাছিল । এনেকুৱা অৱস্থাত এদিনাখন এজন অশ্বাৰোহী দূতে তেওঁৰ ওচৰলৈ আহি খবৰ দিলে যে বাদচাহৰ সৈন্য সকলে এটি দুৰ্গ অধিকাৰ কৰিছে, শত্ৰুসকলক বন্দী

কৰা হৈছে আৰু দেশৰ জনসাধাৰণেও বাদচাহৰ অধীনতা স্বীকাৰ কৰিছে। এই কথা শুনি বাদচাহে কলে, "এইটো সংবাদ মোৰ কাৰণে নহয়; এৰং ই মোৰ শত্ৰু উত্তৰাধিকাৰী সকলৰ কাৰণেহে, যিসকলৰ কাৰণে মই জীৱনত বহুতো পাপ কৰিছোঁ।"

আছিল মনত এটি চিৰ আশা মোৰ
টকাৰেই হব মোৰ কামনা পূৰণ;
বাসনা পূৰণ হ'ল ভাগি গল হিয়া
নাপাম কদাপি হায় ঘূৰাই জীৱন।

— x —

( ১০ )

এসময়ত হৰমুজ নামেৰে এজন বাদচাহ আছিল। তেওঁ পিতাকৰ দিনৰ এজন উজীৰক বন্দী কৰি থৈছিল। মানুহে যেতিয়া তেওঁক সুধিছিল যে উজীৰৰ কি অপৰাধ হৈছে তেওঁ তেতিয়া কৈছিল, "উজীৰৰ কোনো অপৰাধ নাই। কিন্তু মই এইটো নিশ্চয়কৈ জানো যে তেওঁ মোক বৰ ভয় কৰে আৰু মোক বিশ্বাস নকৰে। মোৰ দ্বাৰা তেওঁৰ ক্ষতি হব বুলি তেওঁ সদায় সন্দেহ কৰে। গতিকে তেওঁ আত্ম ৰক্ষাৰ কাৰণে মোৰ কিবা অনিষ্ট কৰিব বুলি মোৰ ভয় হয়। জ্ঞানী লোকৰ উপদেশ অনুযায়ী এনেকুৱা লোকৰ পৰা সাৱধান হৈ থকা উচিত।"

বিষধৰে বাঘেতাক ভয়তে কামোৰে;
মেকুৰীয়ে আঘাতত বাঘকো আঁচোৰে।

— x —

( ১১ )

দামেস্ক চহৰৰ জামে মছজিদৰ কাষতে হজৰত ইয়াহয়া (আঃ)ৰ কবৰ আছে। তাত কিছু সময়ৰ কাৰণে এজন দৰবেশ আছিল।

এনেতে আৰব দেশৰ এজন অত্যাচাৰী ৰজাই তাত উপস্থিত হৈ নামাজ পঢ়িলে আৰু আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰিলে,—

ধনী দুখীৰ ইয়াত কোনো ভেদ নাই ;
নগন্য ধূলিৰ সম ইয়াত সবাই ।

তাৰ পিছত ৰজাই দৰবেশক কলে, "হুজুৰ ! দৰবেশ সকলৰ দোৱা (প্ৰাৰ্থনা) আল্লাৰ ওচৰত কবুল (মঞ্জুৰ) হয় । আপুনি দয়া কৰি মোৰ কাৰণে দোৱা কৰক যাতে মই বিপদৰ পৰা ৰক্ষা পাব পাৰোঁ। মই এজন শত্ৰুৰ কাৰণে চিন্তিত হৈ আছোঁ ।" দৰবেশজনে উত্তৰ দি কলে, 'আপুনি দুখীয়া প্ৰজাসকলৰ প্ৰতি তিল মাত্ৰও অত্যাচাৰ আৰু অবিচাৰ নকৰিব । তেতিয়া প্ৰবল শত্ৰুৱেও আপোনাৰ একো অনিষ্ট কৰিব নোৱাৰিব ।

দুৰ্বল জনক যদি কৰা অত্যাচাৰ ;
নসহিব আল্লাই অন্যায় তোমাৰ ।

— x —

( ১২ )

এসময়ত বাগদাদ চহৰলৈ এজন বিখ্যাত দৰবেশ আহিছিল । সেই সময়ত হাজ্জাজ ইউচুফ নামেৰে তাত এজন বৰ অত্যাচাৰী বাদ-চাহ আছিল । বাদচাহে দৰবেশ জনক তেওঁৰ সভালৈ মতাই নি কলে, "হুজুৰ ! মোৰ মঙ্গলৰ কাৰণে আপুনি আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰক ।" দৰবেশে দোৱা কৰিলে, "হে আল্লাহ ? তুমি এই অত্যাচাৰী বাদচাহৰ প্ৰাণ গ্ৰহণ কৰা ।" বাদচাহে এনেকুৱা দোৱা শুনি আচৰিত হ'ল আৰু দৰবেশক ইয়াৰ কাৰণ সুধিলে । দৰবেশে কলে, "আপোনাৰ তিৰোধানত আপোনাৰ আৰু দেশবাসী সকলৰ মঙ্গল হব । কাৰণ তেতিয়া হলে আপুনি পাপ কামৰ পৰা, আৰু প্ৰজাসকল আপোনাৰ অত্যাচাৰৰ পৰা ৰক্ষা পাব ।"

হে'ৰা অত্যাচাৰী থাকিব কিমান
সুদিন তোমাৰ এই ধৰণীত ;
অত্যাচাৰতকৈ মৰণহে ভাল
নাই সন্দেহ জানিবা নিশ্চিত ।

— x —

( ১৩ )

এদিনাখন এজন অত্যাচাৰী ৰজাই এজন ধাৰ্মিক লোকক সুধিলে যে আটাইতকৈ শ্ৰেষ্ঠ এবাদত ( উপাসনা ) কি ? ধাৰ্মিক লোকজনে কলে, "দিনত টোপনি মৰাটোহে আপোনাৰ কাৰণে আটাইতকৈ শ্ৰেষ্ঠ এবাদত ( উপাসনা ) ; কাৰণ তেতিয়া আপুনি অন্ততঃ এইখিনি সময় অত্যাচাৰৰ পাপৰ পৰা বাচি থাকিব ।"

অত্যাচাৰী বাদচাহে নিদ্ৰা গলে দিনে ;
অন্যায় পাপৰ পৰা বাচে সি জীৱনে ।

— x —

( ১৪ )

এসময়ত এজন ৰজাই গোটেই ৰাতি আমোদ প্ৰমোদত কটাই দিলে । ৰাতিপুৱা এজন ফকিৰে অৰ্দ্ধনগ্ন অৱস্থাত জাৰত কপি কপি আহি বাদচাহক কলে, "মহাৰাজ ! আপোনাৰ অতুল ধন দৌলত আছে । মনত কোনো চিন্তা ভাবনা নাই । মোৰ নিচিনা দুখীয়াসকলৰ কিবে উপায় হব খোদাইহে জানে ।" ফকিৰৰ কথা শুনি ৰজাৰ অন্তৰত দয়া উপজিল । তেওঁ ফকিৰ জনক বহুত মুদ্ৰা আৰু সুন্দৰ কাপোৰ আনি দান কৰিলে । অলপ দিনৰ ভিতৰতে ফকিৰে সেই সকলোবোৰ নষ্ট কৰি পেলালে ।

কেইদিনমান পিছত সেই ফকিৰ জনে আকৌ ৰজাৰ ওচৰলৈ আহি

নিজৰ দুৰাৱস্থাৰ কথা কলে। ফকিৰৰ কথাত ৰজাই বিৰক্ত হৈ কলে, "এই অপব্যয়কাৰী ফকিৰ জনক আঁতৰাই দিয়া। মোৰ ৰাজ ভঁৰালৰ টকা দুখীয়া নিছলাৰ অন্ন বস্ত্ৰৰ কাৰণে। অপচয়কাৰী সকল চয়তানৰ ভায়েক। গতিকে ই সিহঁতৰ কাৰণে নহয়।"

ৰজাৰ কথা শুনি এজন মন্ত্ৰীয়ে কলে, "হুজুৰ! এনেকুৱা লোকৰ কাৰণে সামান্য ভাবে মাহিলি বৃত্তি এটা দিলে ভাল হয়, যাতে কোনো ৰকমে সিহঁতৰ জীৱন ৰক্ষা হয় আৰু অপচয় কৰিবলৈ সিহঁতে সুযোগ নাপায়। আপোনাৰ নিচিনা এনেকুৱা এজন মৰমিয়াল সম্ৰাটে ফকিৰ সকলক এইদৰে নিৰাশ কৰি খেদি পেলোৱাটো উচিত নহয়।"

লোভিক কদাপি তুমি নিদিবা প্ৰশ্ৰয়;
দুখীয়া জনৰ প্ৰতি নহবা নিৰ্দয়।

— x —

( ১৫ )

অতীত কালত এজন বাদচাহ আছিল। তেওঁ প্ৰজাসকলৰ সুখ সুবিধাৰ প্ৰতি মুঠেই লক্ষ্য কৰা নাছিল। আনকি তেওঁ নিজৰ সৈনা-সকলৰ দুখ দুৰ্দশাৰ প্ৰতিও একেবাৰেই উদাসীন আছিল। সেই কাৰণে সকলোৱে তেওঁৰ ওপৰত অসন্তুষ্ট হৈছিল। শত্ৰুৱে এই কথা জানিব পাৰি তেওঁৰ ৰাজ্য আক্ৰমণ কৰিলে। বাদচাহৰ সৈনাসকলে আন্তৰিকতাৰে যুদ্ধ নকৰি পলায়ন কৰিলে। গতিকে বাদচাহৰ পৰাজয় হ'ল।

সৈন্যসকলৰ এনেকুৱা বিশ্বাসঘাতকতা দেখি এজন বন্ধুৱে এজন সৈন্যক তাৰ কাৰণ কি সুধিলে। সেই সৈনাজনে কলে, "যিজন বাদ-চাহে সৈনাসকলক টকা দিয়াৰ সময়ত কৃপণালি কৰে তেওঁৰ সৈন্যসকলে যুদ্ধ ক্ষেত্ৰত নিজৰ কৃতজ্ঞতাৰে বীৰত্ব দেখুৱাব নোৱাৰে।"

দিয়া যদি খাবলৈ সৈনাসকলক;
দিব শিৰ তেওঁলোকে পাহৰি নিজক।

— x —

( ১৬ )

এজন বাদচাহৰ এজন উজীৰ আছিল। উজীৰজন পদচ্যুত হৈ দৰবেশসকলৰ দলত প্ৰৱেশ কৰিলে। দৰবেশসকলৰ সংশ্ৰৱত থকাত অলপ দিনৰ ভিতৰতে উজীৰৰ প্ৰকৃতি সম্পূৰ্ণ ভাবে পৰিবৰ্ত্তন হল। সংসাৰৰ প্ৰতি তেওঁৰ বৈৰাগ্যৰ ভাব জন্মিল। তেওঁ দৰবেশসকলৰ মাজত প্ৰকৃত শান্তি লাভ কৰিলে।

কেইদিন মানৰ পিছত বাদচাহৰ মনৰ অৱস্থা পৰিবৰ্ত্তন হ'ল। তেওঁ সন্তুষ্ট মনে সেই পদচ্যুত হোৱা উজীৰ জনক পুনৰায় নিয়োগ পত্ৰ এখন দিলে, কিন্তু উজীৰে সেই পদটি গ্ৰহণ নকৰিলে। তেওঁ কলে, "ৰাজ কাৰ্য্যত নিযুক্ত হৈ থকাতকৈ মুক্ত হৈ থকাহে ভাল।"

উজীৰে পদ গ্ৰহণ নকৰাত বাদচাহে মনত বৰ দুখ পালে আৰু কলে, "ৰাজ কাৰ্য্য পৰিচালনা কৰিবলৈ আপোনাৰ নিচিনা জ্ঞানী লোকৰহে আৱশ্যক।" উজীৰে কলে, "প্ৰকৃত জ্ঞানী লোকে কেতিয়াও তেনেকুৱা কাম গ্ৰহণ নকৰে।"

পৰাধীন জীৱনত পায় দুখ প্ৰাণে;
স্বাধীন জীৱন ভাই ভাল শত গুণে।

— x —

( ১৭ )

বাঘৰ লগত যে ফেউৰা থাকে এইটো সকলোৱে জানে। ফেউৰাৰ মাত শুনি সকলোৱে বুজিব পাৰে যে বাঘ আহিছে। এদিনাখন কোনোবা এজনে ফেউৰা এটাক সুধিলে, "তুমি বাঘৰ পিছে পিছে এইদৰে ফুৰা কিয়? ইয়াত তোমাৰ লাভ কি?" ফেউৰাটোৱে কলে, "তুমি বোধহয় সেইটো নাজানা। তেনেহলে শুনা,— প্ৰথম কথা এই যে বাঘ আটাইতকৈ ডাঙৰ চিকাৰী। সি চিকাৰ কৰি খোৱাৰ পিছত যি বাকী থাকে তাতেই অতি সুন্দৰকৈ মোৰ খোৰাকী চলি যায়। তাৰ বাবে মই কষ্ট কৰিব নালাগে। বিনা খৰচে আৰু বিনা কষ্টে এইদৰে খাবলৈ পোৱাটো কম ডাঙৰ কথা নহয়। দ্বিতীয় কথা হ'ল,

মই যে বাঘৰ অনুচৰ সেইটো সকলোৱে জানে । গতিকে আন আন প্ৰাণীবোৰেও মোক বিশেষ সন্মান আৰু ভয় কৰে । সেয়েহে বন বিভাগত মোৰ প্ৰভাৱ কম নহয় ।” মানুহজনে কলে, “বেচ, শুনি সুখ পালোঁ । পিছে তুমি তোমাৰ এনেকুৱা উপকাৰী বাঘৰ সংশ্ৰব অতি সাবধানে এৰাই ফুৰা কিয় ? তাৰ লগত থাকিলে দেখোন তোমাৰ ভাগ্য আৰু বেছি প্ৰসন্ন হ'ব পাৰে । হয়তো তুমি তাৰ বন্ধুত পৰিণত হৈ মহান গৌৰবৰো অধিকাৰী হ'ব পাৰা ।” তেতিয়া ফেউৰাটোৱে চিন্তা কৰি কলে, “তুমি অৱশ্যে বেচ যুক্তি সঙ্গত কথাকে ক'লা । কিন্তু ভাই ! সঁচা কথা কবলৈ গলে বাঘক মই সিমান বিশ্বাস কৰিব নোৱাৰোঁ । সেয়েহে তাৰ পৰা কিছু দূৰত থকাটোহে ভাল বুলি মই ভাবোঁ ।”

যদি কোনোবাই শতেক বছৰো
পূজেহি জুইক নিতে শতবাৰ ;
পৰিলে জুইত জানিবা নিশ্চয়
নিমিষতে পুৰি হয় চাৰ খাৰ ।

সেইদৰে বাদচাহৰ অনুচৰ সকলেও বাদচাহৰ পৰা অনেক সময়ত যথেষ্ট টকা পইচা আৰু নানা উপহাৰ পায়, এইটো সঁচা ; কিন্তু অনেক সময়ত বাদচাহৰ মেজাজৰ সামান্য ব্যতিক্ৰম হলেই তেওঁলোকৰ শিৰচ্ছেদো হয় । সেই কাৰণে বাদচাহৰ মেজাজৰ প্ৰতি অনুচৰ সকলে লক্ষ্য ৰখা উচিত ।

—x—

( ১৮ )

মোৰ এজন বন্ধু বৰ দুখীয়া আছিল । তেওঁ অনেক সময়ত মোৰ আগত তেওঁৰ দুৰৱস্থাৰ কথা কৈছিল । তেওঁৰ আয় কম, কিন্তু সংসাৰৰ ব্যয় বহুত । কোনো ৰকমেই কুলাব নোৱাৰে । মাজে সময়ে তেওঁ বিদেশলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰে । তেতিয়াহলে তাত কোনো বন্ধু বান্ধৱে তেওঁৰ দুখ দুৰ্গতি দেখা নাপাব ।

বিদেশত বহুলোক থাকে অনাহাৰে ;
মৰিলেও চকুপানী এটুপি নপৰে ।

কিন্তু তেওঁ শত্ৰুসকলৰ অপবাদক ভয় কৰিলে। সিহঁতে এই বুলি হাঁহিব যে কাপুৰুষে পৰিয়ালটিক দুখ কষ্টত পেলাই থৈ নিজৰ সুখ বিচাৰি বিদেশলৈ গৈছে।

এদিনাখন সেই বন্ধুজনে মোক আহি কলে, "আপুনি জানে, গণিত শাস্ত্ৰত মোৰ যথেষ্ট জ্ঞান আছে। যদি আপুনি অনুগ্ৰহ কৰি মোক হিচাপ বিভাগৰ এটা স্থায়ী চাকৰিত স্থান দিয়ে তেন্তে জীৱনৰ বাকী কেইটা দিন অভাৱত নপৰাকৈ অলপ শান্তিত হয়তো কটাব পাৰোঁ।"

মই কলোঁ, "চৰকাৰী চাকৰিত আশা আৰু ভয় দুটা দিশ আছে।" বন্ধুজনে কলে, 'অন্যায় কৰিলেহে ভয়ৰ কাৰণ থাকে। নিৰ্দোষী লোকৰ ভয়ৰ কোনো কাৰণ নাই।" মই কলো, 'আপোনাৰ জ্ঞান আৰু বুদ্ধি আছে সঁচা। কিন্তু আপোনাৰ শত্ৰুসকলে যদি ষড়যন্ত্ৰ কৰি আপোনাৰ বিৰুদ্ধে এটা ভীষণ অভিযোগ সম্ৰাটৰ ওচৰত উপস্থিত কৰে তেন্তে আপোনাক কোনে ৰক্ষা কৰিব?"

মই যেতিয়া দেখিলো যে মোৰ এই কথাত বন্ধু অলপ বিৰক্ত হ'ল, মই তেওঁক নি হিচাপ বিভাগৰ এটা সৰু চাকৰিত সুমুৱাই দিলোঁ। অলপ দিনৰ ভিতৰতে কাৰ্য্যদক্ষতা আৰু সৎ স্বভাৱৰ গুণত বন্ধুজনে উচ্চতৰ ৰাজ কাৰ্য্যলৈ উন্নীত হ'ল। তাৰ পিছত তেওঁ সম্ৰাটৰ শুভ দৃষ্টি আকৰ্ষণ কৰি অতি অলপ সময়ৰ ভিতৰতে এটা ডাঙৰ পদত নিযুক্ত হল। মই শুনি বৰ সুখ পালোঁ।

তাৰ পিছত মই সেই বন্ধু জনক এদিনাখন অতি দুৰৱস্থাত ৰাস্তাত লগ পাই সুধিলোঁ যে তেওঁৰ কি হৈছে। তেওঁ কলে, "আপুনি মোক যি কৈছিল সেইটোৱেই হৈছে। কিছুমান মানুহ মোৰ উন্নতি দেখি শত্ৰু হৈ পৰিল। সিহঁতে ষড়যন্ত্ৰ কৰি মোৰ বিৰুদ্ধে এটা ভীষণ অভিযোগ বাদচাহৰ ওচৰত দাখিল কৰিলে। সেই অভিযোগৰ লগত মোৰ কোনো সম্বন্ধ নাই। অথচ বাদচাহে প্ৰকৃত ঘটনা বুজিবলৈ চেষ্টা নকৰি মোক বন্দী কৰিলে আৰু নানা ৰকম শাস্তি দিলে।"

বন্ধুৰ এই দুৰৱস্থা দেখি মোৰ মনত বৰ দুখ লাগিল। মই কলোঁ, "এই বিষয়ে দেখোন মই আপোনাক পূৰ্বেই ইঙ্গিত দিছিলোঁ। কিন্তু আপুনি তালৈ ভ্ৰূক্ষেপ নকৰি মোৰ ওপৰত অসন্তুষ্ট হৈছিল। চৰকাৰী চাকৰি সমূদ্ৰ ভ্ৰমণৰ দৰে। ইয়াত লাভো আছে বিপদো আছে। ইয়াত যথেষ্ট ধন সম্পদো পাব পাৰে আৰু তুফানত নিজৰ প্ৰাণো যাব পাৰে।"

জানিবা সততে ভাই সমূদ্ৰ ভ্ৰমণে ;
কেৱে পায় ধন বহু কেৱে মৰে প্ৰাণে।

— x —

( ১৯ )

মোৰ কেইজনমান ধৰ্ম বন্ধু আল্লাৰ পথৰ পথিক আছিল। তেওঁলোকক দেখিলে প্ৰকৃত সাধক দৰবেশ বুলি অনুমান হৈছিল। এজন উচ্চ পদস্থ ধনীলোকে তেওঁলোকৰ বিষয়ে উচ্চ ধাৰণা পোষণ কৰিছিল। তেওঁলোকৰ সেই কাৰণে জীৱিকা নিৰ্বাহৰ বাবে তেওঁ নিয়মিত বৃত্তিৰ ব্যৱস্থা কৰি দিছিল।

এদিনাখন তেওঁলোকৰ এজনে হঠাতে এনেকুৱা এটি অন্যায় কাম কৰি পেলালে, যিটো সাধক দৰবেশ সকলৰ কাৰণে মুঠেই উপযোগী নহয়। সেই ধনী মানুহজনে কথাটো শুনি তেওঁলোকৰ বৃত্তি বন্ধ কৰি দিলে। তেতিয়া সেই দৰবেশ সকলৰ অৱস্থা বৰ বেয়া হ'ল। সমাজৰ চকুত তেওঁলোকৰ মূল্য একেবাৰেই কমি গ'ল।

মই তেওঁলোকৰ দুৰৱস্থা দেখি মনত বৰ দুখ পালোঁ। আৰু তেওঁলোকে যাতে আগৰ বৃত্তি নিয়মিত ভাবে পায় তাৰ বাবে চেষ্টা কৰি এদিনাখন সেই উচ্চ পদস্থ ধনী মানুহজনৰ ঘৰত উপস্থিত হলোঁগৈ। কিন্তু দাৰোৱানে মোক ভিতৰত প্ৰৱেশ কৰিবলৈ নিদিলে।

তেওঁৰ পাৰিষদ সকলৰ কিছুমানে মোৰ আগমনৰ বাতৰি পাই মোক সসন্মানে আহ্বান কৰিলে আৰু উচ্চতম আসনত মোক বহুৱাবলৈ চেষ্টা কৰিলে। কিন্তু মই বিনীত ভাবে নিম্ন আসনতহে বহিলোঁ।

তাৰ পিছত নানা ৰকম কথা বতৰা আৰম্ভ হ'ল। লাহে লাহে দৰবেশ সকলৰো কথা শুনাল। মই কলোঁ :—

আল্লাহ ক্ষমাশীল, এই প্ৰমাণতো ;
সবাকো জীৱিকা দিয়ে শতেক দোষতো।

সেই ধনী মানুহজনে মোৰ কথা খিনি অতি মূল্যবান বুলি গ্ৰহণ কৰিলে আৰু দৰবেশ সকলৰ আগৰ বৃত্তিবোৰ যথা নিয়মে দি থাকিবলৈ আদেশ দিলে। আনকি বন্ধ কৰি ৰখা বৃত্তিৰ ধনখিনিকো ঘূৰাই দিবলৈ তেওঁ হুকুম দিলে। মই তেওঁৰ এই উদাৰতাত অতি আনন্দেৰে আল্লাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

— x —

( ১০ )

এজন ৰজাই উত্তৰাধিকাৰী সূত্ৰে পিতাকৰ প্ৰচুৰ ধন সম্পত্তি লাভ কৰিলে। তেওঁ সেইবোৰ পায়েই মুক্ত হস্তে দান কৰিবলৈ ধৰিলে। প্ৰজা আৰু সৈন্য সকলেও প্ৰচুৰ পৰিমাণে ৰাজ ভঁৰালৰ পৰা ধন দৌলত লাভ কৰিলে। কোনো সেইবোৰৰ পৰা বঞ্চিত নহ'ল।

এদিনাখন ৰজাৰ এজন সভাসদে তেওঁক উপদেশ দি কলে, "হুজুৰ! পূৰ্ববৰ্ত্তী ৰজাসকলে কিমান যত্ন কৰি এই ধনবোৰ সাঁচি থৈ গৈছে। বিশেষ প্ৰয়োজনৰ সময়ত এই ধনবোৰ কামত লাগিব, এইটো তেওঁলোকৰ উদ্দেশ্য আছিল। চাৰিও পিনে অনেক শত্ৰু আছে ; কেতিয়া কি বিপদ আহে কোনেও কব নোৱাৰে। অধিক দান কৰিলে হয়তো প্ৰয়োজনৰ সময়ত নিৰুপায় হব লগাও হব পাৰে।"

ৰজাই এই উপদেশত বিৰক্ত হৈ সভাসদ জনক ধমকি দি কলে, "আল্লাই মোক এই ৰাজ্যখন ভোগ কৰিবলৈ আৰু দান কৰিবলৈহে দিছে, চৌকিদাৰৰ দৰে ধন সম্পদ পহৰা দিবলৈ নহয়।"

নিদিলে জুইত ধূপ সৌৰভ নোলায় ;
নকৰিলে অৰ্থ দান উপকাৰ নহয়।

নোৱোৱে যদিহে বীজ গছ যে নহয় ;
দানত মহত্ব বাঢ়ে জানিবা নিশ্চয় ।

( অধিক দান আৰু অধিক সঞ্চয় এই দুয়োটা চৰম মতৰ মধ্য পন্থা-টোহে ইছলামে অনুমোদন কৰে । জ্ঞানীলোকে সেই মধ্য পন্থাটোহে অবলম্বন কৰে । —অনুবাদক ) ।

— x —

( ২১ )

এসময়ত নওছেৰোৱাঁ নামেৰে এজন বৰ সুবিচাৰক বাদচাহ আছিল । এদিনাখন মৃগয়া কৰিবলৈ যাওঁতে তাত আঞ্জা বান্ধিবলৈ লোণৰ আৱশ্যক হ'ল । তেতিয়া তেওঁৰ এজন অনুচৰ ওচৰৰ গাৱঁৰ পৰা লোণ আনিবলৈ ওলাল । বাদচাহে কলে, "লোণ কিনি আনিবা, কেতিয়াও মূল্য নিদিয়াকৈ নানিবা ।" এজন লগৰীয়াই কলে, "অলপ লোণৰহে আৱশ্যক । এই খিনি খুজি আনিলে কি লোকচান হব ? এনেকুৱা সামান্য বস্তুৰ মূল্য সাধাৰণতে কোনেও নলয় ।" বাদচাহে কলে, "অত্যাচাৰ উৎপীড়নৰ ভিত্তি পোন প্ৰথমে সামান্য ভাবে থাকে, পিছত ই বাঢ়ি গৈ ইমান বেছি হয় যে দেখিলে আচৰিত হব লাগে ।"

যদিহে ৰজাই কৰেহি গ্ৰহণ
মাথো এটি ফল তেওঁৰ প্ৰজাৰ ;
অনুচৰ সবে আনিব উভালি
শিপাৰে সইতে গছ ডালি তাৰ ।

বেছিতো নহয় মাথো ছটা কণী
যদিহে ৰজাই কৰেহি গ্ৰহণ ;
হাজাৰ হাজাৰ প্ৰজাৰ কুকুৰা
গই সেনাপতি কৰিব হৰণ ।

—x—

( ২২ )

পাৰস্যত এজন বৰ ন্যায় পৰায়ণ বাদ্‌চাহ আছিল। তেওঁৰ এজন সহকাৰী উচ্চ পদস্থ কৰ্মচাৰীয়ে প্ৰজাৰ ওপৰত বৰ অন্যায় অত্যাচাৰ কৰিছিল। নানা ৰকমে তেওঁলোকৰ অৰ্থ শোষণৰ দ্বাৰা তেওঁ বাদচাহৰ আয় বঢ়াবলৈ চেষ্টা কৰিছিল। তেওঁৰ ধাৰণা আছিল তেনেকুৱা কৰিলে বাদচাহে তেওঁৰ ওপৰত সন্তুষ্ট হ'ব। কিন্তু ফল বিপৰীত হ'ল। বাদচাহজন বৰ ন্যায়পৰায়ণ আছিল। তেওঁ যেতিয়া গম পালে যে তেওঁৰ অধীনস্থ কৰ্মচাৰীজনে প্ৰজাৰ ওপৰত অন্যায় অত্যাচাৰ কৰিছে, তেতিয়া তেওঁ ক্ষমা নকৰিলে। তেওঁ কৰ্মচাৰীজনক ধৰাই নি প্ৰাণ-দণ্ড দিলে।

ৰজাৰ সন্তোষ যদি কৰা আকিঞ্চন ;
প্ৰজাৰ মঙ্গল তুমি কৰিবা সাধন।
স্ৰষ্টাৰ অনুগ্ৰহ যদিহে বিচৰা ;
সৃষ্টিৰ কল্যাণত হ'বা আত্মহাৰা।

— x —

( ২৩ )

এসময়ত এজন অত্যাচাৰী লোকে এজন নিৰীহ লোকৰ মূৰত শিলেৰে আঘাট কৰিছিল। বেচেৰাৰ প্ৰতিশোধ লবলৈ শক্তি নাছিল। গতিকে তেওঁ সেই অত্যাচাৰ নীৰৱে সহ্য কৰিছিল। যিটো শিলেৰে মৰা হৈছিল সেই শিলটো কিন্তু তেওঁ বৰ সাৱধানে তুলি থৈছিল।

কেইদিনমান পিছত সেই অত্যাচাৰী লোকজন কিবা এটা অপৰাধৰ কাৰণে বন্দী হ'ল আৰু ৰজাই তাক এটা কুঁৱাৰ ভিতৰত আবদ্ধ কৰি থলে। আগৰ সেই শিলৰ আঘাত পোৱা মানুহজনে এই সংবাদ পালে। তেওঁ সেই কুঁৱাটোৰ কাষলৈ আহিল আৰু ওপৰৰ পৰা সেই অত্যাচাৰীজনৰ মূৰত আগৰ সেই শিলটো মাৰি দিলে।

অত্যাচাৰী লোকজনে এইটো দেখি কুঁৱাৰ ভিতৰৰ পৰা সুধিলে "তুমি কোন ? কেলেই তুমি মোক এইদৰে বিনা কাৰণে

আঘাত কৰিছা ?” ওপৰৰ পৰা সেই মানুহজনে কলে, “তুমি মোক চিনা নাইনে ? মই অমুক । অমুক তাৰিখে তুমি মোক বিনা কাৰণে এই শিলটোৰে আঘাত কৰিছিলা । ইমান দিনে মই তাৰ প্ৰতিশোধ ল'ব পৰা নাছিলোঁ । আজিহে উপযুক্ত সুযোগ পাই তাৰ প্ৰতিশোধ ললোঁ । ।

কৰে যদি অত্যাচাৰ কোনো দুৰাচাৰে ;
বুদ্ধিমান লোকে তাৰ সুযোগ বিচাৰে ।
যিদিনা সুযোগ তাৰ মিলে জীৱনত ;
অতি শোকে প্ৰতিশোধ লয় সি-দিনত ।

— x —

( ২৪ )

এসময়ত এজন বাদচাহৰ বেমাৰ হৈছিল । তেওঁৰ জীৱনৰ আশা নাছিল । ডাক্তৰ সকলে একে বাক্যে কলে যে এই বেমাৰৰ কোনো ঔষধ নাই । তেওঁলোকে কলে যে যদি বিশেষ ধৰণৰ গুণ থকা কোনোবা কম বয়সীয়া যুৱকে নিজৰ জীৱন দিবলৈ সন্মত হয় তেন্তে তাৰ কলিজাৰ দ্বাৰা ঔষধ তৈয়াৰ কৰি বাদচাহক খুৱালে তেওঁৰ জীৱন ৰক্ষা হব পাৰে ।

চাৰিও পিনে অম্বেষণৰ ধুম পৰিল । ডাক্তৰ সকলে যি যি গুণ থকা ল'বাৰ কথা কৈছিল এখন গাৱঁত তেনেকুৱা লৰা এটি পোৱা গ'ল । তাৰ মাক দেউতাকে বাদচাহৰ পৰা বহুত টকা পইচা পাই আনন্দেৰে লৰাটিক বাদচাহৰ হাতত গতাই দিলে । ইপিনে কাজীয়েও ( বিচাৰকেও ) ৰায় দিলে যে বাদচাহৰ জীৱন ৰক্ষাৰ কাৰণে এজন সাধাৰণ লোকৰ জীৱন নষ্ট কৰা যাব পাৰে ।

কটোৱালে লৰাটিক হত্যা কৰিবলৈ প্ৰস্তুত হ'ল । লৰাটিয়ে তেতিয়া আকাশৰ পিনে চাই হাঁহিলে । বাদচাহে দেখি সুধিলে, “এই অৱস্থাত হাঁহাৰ কাৰণ কি ?” লৰাটিতিয়ে উত্তৰ দি কলে, “সন্তানৰ

আবদাৰ পিতৃ-মাতৃৰ ওচৰত খাটে। মানুহে কাজীৰ ওচৰত বিচাৰ বিচাৰে। প্ৰজাই বিপদত বাদচাহৰ ওচৰত আশ্ৰয় বিচাৰে। মোৰ মা দেউতাই সামন্য অৰ্থৰ বিনিময়ত মোক বিকিলে। কাজীয়ে মোক হত্যা কৰিব পাৰে বুলি ৰায় দিলে। আপুনিও বাদচাহ হৈ মোৰ প্ৰাণ নাশত নিজৰ কল্যাণ দেখিছে। জগতত মোৰ আন কোনো আশ্ৰয়ৰ স্থান নাই। গতিকে মই সৰ্ব শক্তিমান আল্লাৰ ওচ- ৰত আশ্ৰয় বিচাৰিছোঁ।"

ইটোৱেই বিধান যদি হে খোদা তোমাৰ ;
তোমাৰ ওচৰে চাওঁ তোমাৰ বিচাৰ।

লৰাটিৰ কথা শুনি বাদচাহৰ মনত দয়া উপজিল। তেওঁৰ চকুৰ পৰা চকুলো বৰলৈ ধৰিলে। তেওঁ প্ৰাণৰ আবেগত কৈ উঠিল, "এনেকুৱা এটি নিৰ্দোষী লৰাৰ প্ৰাণ নাশ কৰাতকৈ মোৰ মৃত্যু বহু গুণে শ্ৰেয়।" এইবুলি কৈ তেওঁ লৰাটিক অতি স্নেহেৰে কোলাত তুলি ললে আৰু তাৰ মূৰত আৰু চকুত চুমা খাবলৈ ধৰিলে। অৱ-শেষত তেওঁ তাক বহুতো ধন বস্ত্ৰ পুৰস্কাৰ দি মুক্ত কৰি দিলে।

ইপিনে সেই সপ্তাহতে বাদচাহেও বেমাৰৰ পৰা আৰোগ্য লাভ কৰিলে।

— x —

( ১৫ )

এজন বাদচাহৰ এজন উচ্চ পদস্থ কৰ্মচাৰী আছিল। তেওঁৰ স্বভাৱ চৰিত্ৰ অতি সুন্দৰ। সকলোৱে তেওঁক ভাল পাইছিল। সাক্ষাৎ হলে তেওঁ সকলোকে সন্মান কৰিছিল আৰু অসাক্ষাতত তেওঁ সকলোৰে প্ৰশংসা কৰিছিল।

এদিনাখন হঠাতে বাদচাহে তেওঁৰ কিবা এটা কামত বিৰক্ত হৈ তেওঁক অৰ্থদণ্ডসহ কাৰাগাৰত বন্দী কৰিলে। ৰাজকীয় প্ৰক্ৰীনকল আগৰ পৰাই তেওঁৰ গুণত মুগ্ধ আৰু অনেক কামৰ বাবে তেওঁৰ ওচ-

ৰত কৃতজ্ঞ আছিল। সেই কাৰণে তেওঁৰ লগত সেই প্ৰহৰীসকলে সৎ ব্যৱহাৰ কৰিছিল আৰু তেওঁক কোনো এটি টান কথাও কোৱা নাছিল।

এই কথা গম পাই ওচৰৰ এজন ৰজাই সেই কৰ্মচাৰীজনক হাত কৰি লবলৈ সংকল্প কৰিলে। সেই অনুযায়ী ৰজা জনে তেওঁলৈ এই বুলি গোপনে এখন চিঠিও লিখিলে, "আপোনাৰ প্ৰভুৱে আপোনাৰ দৰে এজন মহানলোকৰ মূল্য নুবুজি আপোনাক কাৰাগাৰত বন্দী কৰিছে। যদি আপুনি আমাৰ ইয়ালৈ আহে তেন্তে আমি আপোনাক উচ্চতৰ ৰাজ কাৰ্য্যত নিযুক্ত কৰিব পাৰিম। তদুপৰি আপোনাৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ আমি সাধ্য অনুযায়ী চেষ্টা কৰিম। এই ৰাজ্যৰ জন সাধাৰণে আপোনাৰ শুভাগমণৰ বাবে বাট চাই আছে। অনুগ্ৰহ কৰি আপোনাৰ অভিপ্ৰায় জনাব।"

কৰ্মচাৰীজনে চিঠিখন পাই, বৰ চিন্তিত হ'ল। তেওঁ চিঠিখনিৰ আন পিঠিত এনেকুৱা ভাবে চমুকৈ উত্তৰ লিখি দিলে যাতে প্ৰকাশ পালেও কোনো গোলমাল নঘটে।

এজন মানুহে এই কথাটো জানি বাদচাহক কলে। বাদচাহে খবৰ পাই সেই পত্ৰবাহক জনক ধৰাই নিলে। তাৰ ওচৰত চিঠিখনি পোৱা গ'ল। তাত লিখা আছিল, "অধীনৰ বিষয়ে আপোনালোকৰ নিচিনা মহৎ লোকৰ ধাৰণা মুঠেই সত্য নহয়। আপোনালোকে মোৰ ওচৰলৈ যি প্ৰস্তাৱ পঠাইছে সেই অনুযায়ী কাম কৰাটো অধীনৰ পক্ষে সম্ভৱপৰ নহয়। কাৰণ অধীন এই ৰাজ বংশৰ অনুগ্ৰহতেই চিৰ দিন প্ৰতি পালিত। বাদচাহৰ মনো ভাবৰ সামান্য পৰিবৰ্ত্তনৰ কাৰণে ইমান দিনৰ প্ৰতি পালকৰ প্ৰতি কেতিয়াও অকৃতজ্ঞ হ'ব নোৱাৰো।"

চিৰ দিন যিয়ে নানা উপকাৰে
কৰিলে তোমাৰ অশেষ যতনে
যদি কৰে তেওঁ হঠাতে অন্যায়
একো দুখ তুমি নকৰিবা মনে।

বাদচাহে কর্মচাৰীজনৰ কৰ্ত্তব্যপৰায়নতা আৰু প্ৰভু ভক্তি দেখি মুগ্ধ হ'ল। তেওঁ সেই মুহূৰ্ত্ততে কৰ্মচাৰীজনক মুক্তি দিলে আৰু যথেষ্ট ধন সম্পদ আৰু উপহাৰ প্ৰদান কৰি তেওঁৰ ওচৰত ক্ষমা খুজিলে। কৰ্মচাৰী জনে কলে, "হুজুৰ! মই এইটো আপোনাৰ অপৰাধ বুলি ভবা নাই। এইটো আছিল আল্লাৰ বিধান। আপুনি মোৰ শ্ৰদ্ধেয় প্ৰভু। গতিকে আপোনাৰ হাতত মোৰ এই দুখ মোৰ পক্ষে প্ৰীতি-কৰ হৈছে। মই বহুত প্ৰকাৰে হুজুৰৰ ওচৰত কৃতজ্ঞ।" জ্ঞানী লোকে কয় —

দিয়ে যদি দুখ তোমাৰ মালিকে
কেতিয়াও তুমি নহবা দুখিত্;
পুৰস্কৃত তুমি হবা অৱশেষে
তেওঁৰ হাতত হুই হৰষিত।

— x —

( ১৬ )

আৰবত এজন বৰ ন্যায়পৰায়ণ বাদচাহ আছিল। এদিনাখন তেওঁৰ কৰ্মচাৰীসকলৰ কাম কাজবোৰৰ সমালোচনা কৰি তেওঁ কলে যে—অমুকজন কৰ্মচাৰীৰ বেতন আৰু পদ মৰ্য্যাদা বঢ়াই দিব লাগে; কাৰণ তেওঁ সদায় কামত মনোযোগ দি থাকে আৰু বাদচাহৰ সন্তুষ্টিৰ পিনে লক্ষ্য ৰাখে। তেওঁ কেতিয়াও হাঁহি ধেমালি কৰি নাইবা এলেহুৱা হৈ সময় নষ্ট নকৰে। এই কথা শুনি এজন দৰবেশ ভাবৰ আবেগত চিঞৰি উঠিল। মানুহবিলাকে বেতিয়া তেওঁৰ কি হৈছে বুলি সুধিলে তেওঁ কলে, "আল্লাই মানুহবিলাকৰ ওপৰত কিদৰে বিচাৰ কৰিব তাৰ নমুনা মই ইয়াতে দেখা পাইছোঁ। যিয়ে সদায় আল্লাৰ কামত ব্যস্ত থাকে আৰু তেওঁৰ সন্তুষ্টি কামনা কৰি সময় নষ্ট নকৰে পৰকালত তেওঁৰ মৰ্য্যাদা আৰু পুৰস্কাৰ এই দৰে বৃদ্ধি পাব।"

আল্লাৰ কাৰণে কৰে যিয়ে কাম
নকৰি সময় নষ্ট অবাৰত ;
মহা পুৰস্কাৰ পাব সেইজনে
পৰকালে ভাই আল্লাৰ হাতত ।

— x —

( ১৭ )

এসময়ত এজন বৰ অত্যাচাৰী লোক আছিল । সি দুখীয়া লোকৰ পৰা জোৰ কৰি অতি কম মূল্যতে খৰি কিনিছিল আৰু সেইবোৰ ধনী লোকসকলৰ ওচৰত বেছি মূল্যত বিকিছিল । এইটো দেখি এজন বৰ মৰমীয়াল মানুহে এদিন তাক কলে,—

সাপ নেকি তুমি ? যাকে দেখা পোৱা
কামুৰি দাঁতেৰে কৰা বধ প্ৰাণ ;
ফেঁচা নেকি তুমি ? যতে আছি বহা
সমূলে উজাৰ কৰা সেই স্থান ।

জগত বাসীৰ ওপৰত যদি
কৰা অত্যাচাৰ নিজকে পাহৰি ;
পীড়িত জনৰ হুমুনিয়াহত
খোদাৰ আসন উঠিবহি লৰি ।

অত্যাচাৰীজন তেওঁৰ কথাত বিৰক্ত হ'ল । এই অমূল্য উপদেশটোৰ প্ৰতি সি মুঠেই মন নিদিলে ।

কেইদিনমান পিছত এদিনাখন ৰাতি ৰান্ধনী ঘৰৰ পৰা কেনেবাকৈ জুই আহি তাৰ কাঠৰ গুদামত লাগিল । তাৰ সকলোবোৰ মাল বস্তু সেই জুইত পুৰি ছাই হৈ গ'ল । বেচেৰাই উপায় নাপাই নৰম বিছনা এৰি সেই ছাইৰ ওপৰতে আসন গ্ৰহণ কৰিলে । ইতিমধ্যে সেই উপদেশ দিয়া মৰমীয়াল লোকটি ঘটনাক্ৰমে সেই ঠাইত

উপস্থিত হৈ শুনিবলৈ পালে, অত্যাচাৰীজনে তাৰ বন্ধুসকলক কৈ আছে, "মোৰ ঘৰত কেনেকৈ জুই লাগিল একোকে বুজিব পৰা নাই।" তেওঁ আগবাঢ়ি গৈ কলে, "বুজিব পৰা নাই ? তুমি দুখীয়া লোক-সকলৰ অন্তৰত যি জুই জ্বলাই দিছিলা সেই জুইৰ শিখাৰ পৰা এই অগ্নি কাণ্ড ঘটিছে ।

আহত জনৰ মনৰ বেদনা
কাহানিও ভাই নহয় বিফল ;
সেই বেদনাৰ জুইৰ শিখাই
অন্যায়কাৰীক কৰে বিহ্বল ।

মহা পৰাক্ৰমী সম্রাট কায়খছৰুৰ ৰাজমুকুটত নিম্ন লিখিত কবিতাটি লিখা আছিল—

এই ধৰণীত কত মহাজন
হল সময়ত নীৰৱে বিলীন ;
পালোঁ ৰাজ্য ধন যিদৰে হাতত
যাব সেই দৰে আনলৈ এদিন ।

— x —

( ১৮ )

এজন লোক কুস্তী খেলাত অসাধাৰণ ওস্তাদ আছিল । এই বিদ্যাত তেওঁৰ সমকক্ষ সেই সময়ত আন কোনো নাছিল । আন আন ওস্তাদসকলেও তেওঁক ওস্তাদ বুলি স্বীকাৰ কৰিছিল । তেওঁ ৩৬০ টা কুস্তীখেলাৰ কৌশল জানিছিল ।

এওঁৰ এজন বৰ প্ৰিয় শিষ্য আছিল । তেওঁ বিশেষ যত্নেৰে সেই শিষ্যজনক কুস্তীৰ প্ৰায় আটাইবোৰ কৌশল শিক্ষা দিছিল । মাত্ৰ এটা কৌশল তেওঁ শিষ্যজনক শিকোৱা নাছিল । কাৰণ তেওঁ জানিছিল যে তেওঁৰ এই কৌশলটোৱে এদিন তেওঁক বিপদৰ পৰা বচাব ।

সেই যুৱক শিষ্যজনৰ মনত অহঙ্কাৰ ভাব জন্মিল । এদিনাখন

সি কথা প্ৰসঙ্গত বাদচাহৰ আগত কলে, "ওস্তাদ জনক মই শিক্ষা দাতা হিচাবে সন্মান কৰোঁ। । নহলে কুস্তীৰ কৌশলত বা শাৰীৰিক শক্তিত তেওঁতকৈ মই কোনো গুণে কম নহওঁ ।"

যুৱকটিৰ এনেকুৱা উদ্ধত কথাত বাদচাহ অতি বিৰক্ত হ'ল । এদিনাখন বাদচাহে এখন বহল পথাৰত কুস্তী খেলাৰ আয়োজন কৰিলে। দেশৰ উজিৰ, নাজিৰ, আদি প্ৰধান প্ৰধান লোকসকল তাত সমবেত হ'ল । ওস্তাদজনে বুজিলে যে এই যুৱক শিষ্যটি শাৰীৰিক শক্তিত তেওঁতকৈ শ্ৰেষ্ঠ । গতিকে তেওঁ তাক কুস্তীৰ যিটো কৌশল শিকোৱা নাই সেইটোৱে তেওঁৰ একমাত্ৰ সম্বল ।

অবিলম্বে গুৰু শিষ্যৰ মাজত কুস্তীখেলা আৰম্ভ হ'ল । গুৰুৱে শিষ্যক নিশিকোৱা কৌশলটি অবলম্বন কৰিলে। শিষ্যই ইয়াক প্ৰতি-ৰোধ কৰিবলৈ নিৰুপায় হৈ পৰিল । গুৰুৱে তাক দুয়োখন হাতেৰে মূৰৰ ওপৰলৈ তুলি নি মাটিত ধমকৈ পেলাই দিলে । চাৰিওপিনে সমবেত লোকসকলৰ মাজত আনন্দৰ ৰোল উঠিল ।

বাদচাহ অতি আনন্দিত হ'ল আৰু ওস্তাদ জনক যথেষ্ট পুৰ-স্কাৰ আৰু সন্মাজনক উপহাৰ দান কৰিলে। তাৰ পিছত তেওঁ সেই উদ্ধত যুৱক শিষ্যটিক বহুতো তিৰস্কাৰ কৰিলে । শিষ্যটিয়ে নিজৰ ওস্তাদৰ লগত সমকক্ষতাৰ দাবী কৰি বৰ লাজ পালে । সি কলে, "মোৰ ওস্তাদজন শক্তিত মোতকৈ শ্ৰেষ্ঠ বুলি প্ৰমাণিত হোৱা নাই। কিন্তু কি কৰিম ! তেওঁ মোক কুস্তীৰ আটাইবোৰ কৌশল শিকোৱা নাছিল । সেই কাৰণেহে মই আজি পৰাজিত হলোঁ। ।"

ওস্তাদজনে মিচিকীয়াই হাঁহি মাৰি কলে যে জ্ঞানী লোকে এই কাৰণেই কয়, "কোনো বন্ধুকে তুমি ইমান শক্তিশালী নকৰিবা যে তেওঁ ইচ্ছা কৰিলেই তোমাৰ লগত শত্ৰুতা কৰি জয়ী হব পাৰে ।"

কৃতজ্ঞতা বুলি নাই কোনো বস্তু
যদিওবা আছে কোনেও নকৰে ;
মোৰে ওচৰত শিকি তীৰ খেলা
মোকে মাৰিবলৈ সি লক্ষ্য কৰে ।

— x —

( ২৯ )

এসময়ত এজন দৰবেশ এখন মুকলি ঠাইত অকলে বাস কৰি আছিল। এদিনাখন এজন বাদচাহ্ তেওঁৰ ওচৰেদি গৈ আছিল। দৰবেশ জনৰ অন্তৰ সদায় সন্তোষেৰে পূৰ্ণ। তেওঁ কাৰো ওচৰত কোনো বস্তু নিবিচাৰে। গতিকে তেওঁ বাদচাহৰ প্ৰতি কোনো ভ্ৰূক্ষেপ নকৰিলে। গতিকে বাদচাহৰ প্ৰভুত্ব গৌৰৱ ক্ষুন্ন হ'ল। তেওঁ ক'লে, "আজি কালিৰ এইবোৰ ভুষণধাৰী ফকিৰৰ দল পশুৰ দৰে। ইহঁতৰ ভিতৰত ভদ্ৰতা বা মনুষ্যত্ব একেবাৰেই নাই।"

উজিৰে দৰবেশৰ ওচৰলৈ গৈ ক'লে, "হেৰি সাধু পুৰুষ! আপোনাৰ ওচৰেদি দেশৰ অধিপতি বাদচাহ গ'ল। আপুনি তেওঁৰ প্ৰতি অকণো সন্মান নেদেখুৱালে। আনকি তেওঁৰ প্ৰতি আপুনি কোনো ভ্ৰূক্ষেপকে নকৰিলে। এইটো কেনেকুৱা কথা? সম্ৰাটৰ প্ৰতি জানো আপোনাৰ কোনো কৰ্ত্তব্য নাই?" দৰবেশজনে ক'লে "আপুনি বাদচাহক কব যে যিসকল লোক তেওঁৰ অনুগ্ৰহ-প্ৰাৰ্থী তেওঁলোকৰ পৰাহে তেওঁ সন্মান আশা কৰিব পাৰে। প্ৰজাৰ ৰক্ষণা বেক্ষণৰ কাৰণেহে বাদচাহ, বাদচাহৰ মনোৰঞ্জনৰ কাৰণে প্ৰজা নহয়।"

এই জগতলৈ আহে কত জন
ৰজা বাদচাহ হই ভাগ্যবান;
গ'লে কবৰলৈ দেখিবা শেষত
ধনী দুখীয়াৰ নাই ব্যৱধান।

দৰবেশৰ কথাত বাদচাহ্ অতি সন্তুষ্ট হ'ল। তেওঁৰ কথা কেইটা বাদচাহে বিশেষ ভাবে হৃদয়ঙ্গম কৰিলে। তাৰ পিছত তেওঁ ক'লে, "আপুনি মোক কিছু উপদেশ দান কৰক।" দৰবেশে ক'লে—

থাকে যত দিন ভব ৰাজ্য ধন
কৰিবা ধৰাত সৎ ব্যৱহাৰ;
ক্ষমতা বিভৱ নাথাকে সমানে
অতি ক্ষণস্থায়ী ইখন সংসাৰ।

—✕—

( ৩০ )

মিছৰত হজৰত জুননুন মিছৰী নামেৰে এজন প্ৰসিদ্ধ আওলীয়া আছিল। এদিনাখন এজন উজিৰে তেওঁৰ ওচৰলৈ গৈ কথা প্ৰসঙ্গত কলে, "মই দিনে ৰাতি বাদচাহৰ সেৱা কৰোঁ, সদায় তেওঁক ভয় কৰোঁ আৰু তেওঁৰ কল্যাণ কামনা কৰোঁ। আপুনি মোৰ কাৰণে অলপ দোৱা (আল্লাৰ ওচৰত প্ৰাৰ্থনা) কৰক।" আওলীয়া চাহাবে কান্দি কান্দি কলে, "আপুনি যিদৰে বাদচাহৰ সেৱা কৰিছে যদি মই সেইদৰে আল্লাৰ উপাসনা কৰিব পাৰিলোঁ হেতেন তেন্তে মই পুণ্যবাণ লোকসকলৰ অন্তৰ্ভুক্ত হব পাৰিলোঁ হেতেন।"

উজিৰে যিদৰে কল্যাণ বিচাৰি
সেৱে দিনে ৰাতি ভয়তে ৰজাৰ ;
সাধকে সিদৰে সহি নানা কষ্ট
কৰে উপাসনা ভয়তে খোদাৰ।

— x —

( ৩১ )

পাৰস্যত এজন বৰ ন্যায় পৰায়ণ ৰজা আছিল। তেওঁ কিবা কাৰণত বিৰক্ত হৈ এজন নিৰপৰাধ লোকৰ প্ৰাণ দণ্ডৰ আদেশ দিলে। লোকটি নিৰুপায় হৈ ৰজাক কলে, "হুজুৰ! আপুনি মোৰ ওপৰত খং কৰিছে। কিন্তু এই ক্ৰোধৰ বশবৰ্ত্তী হৈ মোক অন্যায় ভাবে হত্যা কৰিলে আপুনি পৰকালত ইয়াৰ প্ৰতিফল চিৰকাল ভোগ কৰিব লাগিব। মোৰ ওপৰত আপোনাৰ এই অন্যায় শাস্তি কিন্তু এটি মুহূৰ্ত্ততে শেষ হৈ যাব।"

ধুমুহাৰ দৰে প্ৰবল বেগেৰে
যায় সুখ দুখ সময় সোঁতত ;
নিমিষতে শেষ হয় অত্যাচাৰ
আছে চিৰ শাস্তি ইয়াৰ ফলত।

বাদচাহে এই উপদেশটি উপলব্ধি কৰি তেওঁৰ প্ৰাণ দণ্ডৰ আদেশ ৰহিত কৰিলে।

— x —

( ৩২ )

এসময়ত নওচেৰৱঁা বাদচাহৰ দেশত এটি অতি গুৰুতৰ ৰাজনৈতিক সমস্যা উপস্থিত হ'ল। তেওঁৰ মন্ত্ৰীসকলে মন্ত্ৰণা সভাত সমবেত হৈ এই বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। প্ৰত্যেকজনে নিজৰ নিজৰ বিভিন্ন অভিমত ব্যক্ত কৰাত বিষয়টোৰ কোনো সিদ্ধান্ত নহ'ল। অন্যান্য মন্ত্ৰীসকলৰ দৰে বাদচাহেও তেওঁৰ অভিমত ব্যক্ত কৰিলে। তেতিয়া বোজৰ্চমেহেৰ নামেৰে এজন বিখ্যাত জ্ঞানী মন্ত্ৰীয়ে বাদচাহৰ মতকে সমৰ্থন কৰিলে।

সভাৰ শেষত অন্যান্য মন্ত্ৰীসকলে বোজৰ্চমেহেৰক কলে,— "আপুনি অন্যান্য জ্ঞানী মন্ত্ৰীসকলৰ মতৰ বিৰুদ্ধে কিয় বাদচাহক সমৰ্থন কৰিলে? তেওঁৰ মতটো এনে কি মূল্যবান আছিল?" বোজৰ্চমেহেৰে উত্তৰ দি কলে,—"সমস্যাটি আছিল অতি গুৰুতৰ। ভৱিষ্যত সকলোবোৰ আল্লাৰ হাতত। কি ঘটিব একো বুজা নাযায়। আমি আটাই কেইজনেও কোনো সিদ্ধান্তত উপনীত হব নোৱাৰিলোঁ। এনেকুৱা অৱস্থাত বাদচাহৰ মতকে সমৰ্থন কৰাটো নিৰাপদ বুলি মই ভাবিলোঁ। কাৰণ, ইয়াৰ পৰিণাম ভাল নহলেও এইটো বাদচাহৰ নিজৰ মত বুলি বিপদ বা অপ্ৰীতিৰ কোনো ভয় নাথাকিব। এটি কথা আছে—

বজাৰ মতৰ হেৰা গলে বিপৰীতে;
তৰোৱাল দ্বাৰা মুৰ যায় নিমিষতে।
দিনক ৰজাই ৰাতি বুলি কয় যদি;
কৰা তুমি দেখা বুলি জোন, তৰা আদি।

জগতৰ একশ্ৰেণীৰ মানুহে এইটো নীতি অনুসৰণ কৰে কিন্তু ধৰ্মপ্ৰাণ আৰু কৰ্তব্য পৰায়ণ লোকসকলে কোৰ্‌আন আৰু হদিছৰ বিধান অনুযায়ী এইটো নীতি গ্ৰহণ কৰিব নোৱাৰে। (অনুবাদক)

—:●:—

( ৩৩ )

এসময়ত এজন বৰ চতুৰ ভ্ৰমণকাৰী আছিল। তেওঁ হাজী সকলৰ লগত আহি এখন দেশত উপস্থিত হ'ল। তেওঁ ৰাজ দৰবাৰলৈ গৈ ৰজাৰ প্ৰশংসামূলক এটি সুন্দৰ কবিতা পাঠ কৰিলে। লগতে তেওঁ এইটোও প্ৰচাৰ কৰিলে যে তেওঁ হজ্জ কৰি আহি সেইখিনি ঠাই পাইছে আৰু কবিতাটি তেওঁৰ নিজৰে ৰচিত। ৰজাই তেওঁৰ কথাত সন্তুষ্ট হৈ তেওঁক বহুতো উপহাৰ দিলে।

ৰাজদৰবাৰৰ পাৰিষদ এজন বহুত দিন সমুদ্ৰ ভ্ৰমণ কৰি দেশলৈ উভতি অ'হিল। তেওঁ সেই মানুহজনক দেখি কলে, -"মই তেওঁক এই বছৰ হজ্জৰ সময়ত বছৰাত ঈতুজ্জোহাৰ নামাজ পঢ়া দেখিছোঁ। গতিকে তেওঁ যে এই বছৰ হজ্জ কৰা বুলি কৈছে সেইটো মিছা কথা।"

আন এজন ৰাজ পাৰিষদে কলে,—"মই তেওঁক ভালদৰে জানোঁ। তেওঁৰ পিতাক খ্ৰীষ্টান। মালাতিয়া দেশত তেওঁৰ ঘৰ। কোনো এটি ভদ্ৰ বংশত তেওঁৰ জন্ম হোৱা নাই। তেওঁ যি কবিতাটি নিজে লিখা বুলি পৰিচয় দিছে সেইটোও সচঁা নহয়। 'দেওৱানে আনোৱাৰী' নামৰ প্ৰসিদ্ধ কিতাপত এই কবিতাটি আছে।'

এইবোৰ কথা শুনি ৰজাৰ খং উঠিল। তেওঁ হুকুম দিলে, "ইয়াক প্ৰহাৰ কৰা আৰু ইয়াক উপহাৰ হিচাবে দিয়া সকলোবোৰ বস্তু কাঢ়ি লৈ ইয়াক এই দেশৰ পৰা উলিয়াই দিয়া। কি আচৰিত কথা যে ই একেলগে ইমানবোৰ মিছা কথা কৈ আমাক ঠগিছে।'

ৰজাৰ কথা শুনি সেই মানুহজনে কলে, "মহাৰাজ! মই যে মিছা কথা কৈছোঁ এইটো সচঁা। কিন্তু অধীনৰ আৰু এটা কথা আছে। সেইটো মই মহাৰাজক কব খোজোঁ। যদি সেইটোও সচঁা নহয় তেন্তে যিমান শাস্তি আছে আপুনি মোক দিব।" কথাটো জানিবলৈ ৰজাৰ অন্তৰত কৌতুহল জন্মিল। তেওঁ কলে, "কথাটো কি?" মানুহজনে উত্তৰ দিলে—

তুখীয়া ওৱালে পানী দিহলাই
জানি দিলে খোল বাৰু মহাৰাজে

সচাঁ কথা কয় কয় বিজ্ঞ লোকে
জানে ইটো সবে ধৰণীৰ মাজে।

কথাটো শুনি ৰজাই হাঁহিলে। তেওঁৰ খং পানী হৈ গ'ল। তেওঁ আগৰ হুকুম ৰহিত কৰিলে আৰু তেওঁ দিয়া উপহাৰবোৰেৰে সৈতে মানুহজনক তেওঁ বিদায় দিলে।



( ৩৪ )

এসময়ত হাৰুণৰ ৰচিদ নামেৰে এজন বাদচাহ আছিল। এদিনাখন তেওঁৰ এজন পুতেকে ক্ৰোধান্বিত হৈ আহি তেওঁৰ ওচৰত গোচৰ দিলে, "অমুক চিপাহীৰ পুতেকে মোৰ মাক ধৰি অসভ্য কথাৰে মোক গালি পাৰিছে।" বাদচাহে ৰাজ পাৰিষদ সকলক সুধিলে যে এনেকুৱা লোকৰ কি শাস্তি হোৱা উচিত। এজনে কলে যে তাৰ প্ৰাণদণ্ড হোৱা উচিত, এজনে কলে যে বি জিভাৰে এনেকুৱা কথা কৈছে সেই জিভা কাটি পেলাই শাস্তি দিয়া উচিত, কেইজনমানে কলে যে তাক জৰিমনা কৰা উচিত হব আৰু কেইজনমানে কলে যে তাক দেশৰ পৰা বাহিৰ কৰি দিয়া উচিত হব।

তেতিয়া বাদচাহে কলে, "বোপা! তুমি যদি তাক ক্ষমা কৰা তেন্তে সেইটো আটাইতকৈ ভাল হব। যদি সেইটো কৰিব নোৱাৰা তেন্তে তুমিও তাক তাৰ দৰে গালি পাৰিব পাৰা। কিন্তু সাৱধান, তাৰ যেন তুমি সীমা লঙ্ঘন নকৰা। যদি তুমি তাক বেছিকৈ গালি পাৰা তেন্তে তুমিহে দোষী বুলি প্ৰমাণিত হবা। তেনেকুৱা ক্ষেত্ৰত তোমাৰ শত্ৰু ফৰিয়াদী হব আৰু তুমি আচামী হৈ আদালতত থিয় হব লাগিব।"

যদি কোনোবাই অতি সাহসেৰে
কৰেহি যুদ্ধ হাতীৰ লগত,
জ্ঞানীলোকে তাক মহাবীৰ বুলি
নকয় কদাপি জানিবা সৰ্ব্বত।

যিয়ে পাৰে ভাই
দমাব ক্ৰোধক'
হয় মহাবীৰ
লোক সমাজত
ধৰণী বুকুত
আন কাৰো হায়
নহয় তুলনা
তেওঁৰ লগত



( ৩৫ )

এদিনাখন মই কেইজনমান বিশিষ্ট ভদ্ৰলোকৰ লগত নাৱেৰে গৈ আছিলোঁ। আমাৰ নাওঁখনিৰ ওচৰতে ঘটনাক্ৰমে আন এখনি নাও ডুবি গ'ল। তাৰ ফলত দুজন কৰ্কায়েক ভায়েক পানীৰ ঘূৰ্ণি পাকত পৰি মৰণাপন্ন হ'ল। আমাৰ নাওৰ এজন ধনী ভদ্ৰলোকে নাৱৰীয়াজনক ক'লে— "এই লোক দুজনক বচাব পাৰিলে প্ৰত্যেকজনৰ কাৰণে মই পঞ্চাশ দীনাৰকৈ পুৰস্কাৰ দিম।"

এইটো কথা শুনি নাৱৰীয়াজনে পানীত জাপ দিলে আৰু একজনক কোনোৰকমে উদ্ধাৰ কৰিলে। আনজন পানীত ডুবি মৰিল। সেই ধনী ভদ্ৰলোকজনে ক'লে— "হায়! সেই লোকটিৰ আয়ুস নাছিল। সেই কাৰণে আজি তাৰ এইৰকমে শোচনীয় মৃত্যু হ'ল।" নাৱৰীয়াজনে উত্তৰ দি ক'লে— "আপুনি যি কৈছে সেইটো সঁচা তাত কোনো সন্দেহ নাই। কিন্তু ইয়াৰ ভিতৰত এটি কাৰণ আছে। এদিনাখন মই এখন হাবিত পীড়িত হৈ বিপদত পৰিছিলোঁ। সেই দিনাখন এই মানুহজনে মোক সহায় কৰিছিল। তেওঁ মোক নিজৰ উটটোৰ ওপৰত উঠাই আনি বিপদৰ পৰা উদ্ধাৰ কৰিছিল। তাৰ কৃতজ্ঞতা স্বৰূপে তেওঁৰ উদ্ধাৰৰ কাৰণে মোৰ বৰ আগ্ৰহ জন্মিল। আন পক্ষে যিজন মানুহ ডুবি মৰিল বাল্যকালত এদিন মোক বিনা কাৰণে চাবুকেৰে কোবাইছিল। সেই কাৰণে তাৰ উদ্ধাৰৰ বাবে মোৰ আগ্ৰহ নহ'ল।"

ভেতিয়া মই কলোঁ যে, আল্লাই কোৰআন শৰীফত কৈছে,

"যিয়ে ভাল কাম কৰে সি নিজৰ মঙ্গলৰ কাৰণেহে কৰে আৰু যিয়ে অন্যায় কৰে তাৰ ফলো সি নিজে ভোগ কৰে।"

কাৰো মনে দুখ নিদিবা সততে
আছে বহু ভুল সেইটো পথত;
যদি কৰা আশা করুণা খোদাৰ
পূৰাবা কামনা আনৰ দুখত।



( ৩৬ )

এসময়ত দুজন ককায়েক-ভায়েক আছিল। এজনে চাকৰি কৰে আৰু আনজনে স্বাধীন ব্যৱসায়ৰ দ্বাৰা জীৱিকা উপাৰ্জ্জন কৰে। চাকৰি কৰা জন ধনী আৰু ডাঙৰ মানুহ। তেওঁ এদিনাখন ভায়েকক ক'লে, "তুমিও চাকৰি কৰাহোন; তেতিয়া হ'লে আয়-উপাৰ্জ্জনত সুবিধা হব আৰু বেছি পৰিশ্ৰমো কৰিব নালাগিব।" ভায়েকে উত্তৰ দি ক'লে, "ককাই! আপুনি চাকৰি এৰি দি স্বাধীন ভাৱে জীৱিকা উপাৰ্জ্জনৰ ব্যৱস্থা কৰক। তেতিয়া হ'লে আনৰ গোলামী কৰাৰ হীনতাৰ পৰা বাচি যাব পাৰিব। জ্ঞানী লোকে কয়, "ককালত সোণৰ চাপৰাছ বান্ধি আনৰ সেৱাৰ কাৰণে থিয় হৈ থকাতকৈ শাক-ভাত খাই স্বাধীন ভাৱে থকাটো শত গুণে শ্ৰেয়।"

অমূল্য জীৱন হায় হয় অৱসান
কি খাম কি পিন্ধিম এইটো ভাৱত;
থাকে যিয়ে সন্তোষেৰে শাক-ভাত খাই
নালাগে দোৱাব শিৰ আনৰ আগত।



( ৩৭ )

এসময়ত নওচেৰওঁা নামেৰে এজন প্ৰসিদ্ধ বাদচাহ আছিল।

কোনোবা এজনে আহি তেওঁক খবৰ দিলে যে তেওঁৰ অমুক শত্ৰু জন মৰিল। এইটো শুনি বাদচাহে ক'লে, "আপুনি মোক এনেকুৱা খবৰ এটি দিব পাৰিব নে যে মই নমৰিম।"

শত্ৰুৰ মৰণে সুখী নহবাহে ভাই ;
কেতিয়াবা কোন মৰে তাৰ ঠিক নাই।

( ৩৮ )

এসময়ত বোজৰ্চ মেহেৰ নামেৰে এজন বৰ জ্ঞানী লোক আছিল। এদিনাখন তেওঁ আহি ৰাজ-দৰবাৰত আসন গ্ৰহণ কৰিলে। সেই সময়ত এটি বৰ ডাঙৰ সমস্যাৰ বিষয়ে সভাত আলোচনা হৈ আছিল। অন্যান্য জ্ঞানী লোক সকলে অনেক কথা ক'লে ; কিন্তু বোজৰ্চ মেহেৰ আটাইতকৈ জ্ঞানী লোক হোৱা স্বত্বেও কোনো কথা নোকোৱাত সভাৰ এজনে তেওঁক ক'লে, "হুজুৰ ! আপুনি এই বিষয়ে কেলেই আমাৰ লগত যোগ দিয়া নাই ?" তেওঁ ক'লে, "মন্ত্ৰীসকল চিকিৎসকৰ দৰে। প্ৰয়োজন নহলে যিদৰে চিকিৎসক সকলে ৰোগীক ঔষধ নিদিয়ে জ্ঞানী লোকৰো প্ৰয়োজন নহলে কথা কোৱা উচিত নহয়। আপোনালোকৰ আলোচনা যেতিয়া ঠিক পথেৰে চলি আছে তেতিয়া মোৰ কথা কোৱা কি প্ৰয়োজন ?"

কথা কোৱা মোৰ নহয় উচিত
কোনো এটি কাম অৱসান হলে ;
কুঁৱালৈ যোৱা দেখিলে অন্ধক
হম অপৰাধী নীৰৱে থাকিলে।



( ৩৯ )

এসময়ত হাৰুণৰ ৰচিদ নামেৰে এজন বাদচাহ আছিল

মিছৰ দেশ খন যেতিয়া তেওঁৰ অধীনলৈ আহিল তেওঁ ভাবিলে "এই মিছৰতেই মহা দাম্ভিক বাদ্চাহ ফেৰাউনে অতীত কালত নিজকে খোদা বুলি ঘোষণা কৰিছিল। এতেকে মই এই অভিশপ্ত দেশত মোৰ অধীনস্থ এজন অতি মূৰ্খ গোলামক প্ৰতিনিধি হিচাবে নিযুক্ত কৰিম।" সেই হিচাবে খোজায়েব নামেৰে এজন হাবচী মূৰ্খ গোলামক সেই দেশৰ শাসনকৰ্ত্তা নিযুক্ত কৰা হ'ল।

কথিত আছে যে এবাৰ অতিবৃষ্টিৰ ফলত পানী বাঢ়ি নীল নদীৰ ওচৰৰ বহুত ঠাইত কপাহৰ খেতি নষ্ট হৈ যায়। খেতিয়কসকলে তেওঁলোকৰ ৰাজ প্ৰতিনিধিৰ ওচৰত এই বিষয়ে জনোৱাত সেই মূৰ্খ ৰাজ-প্ৰতিনিধি জনে ক'লে, "অহা বছৰ তোমালোকে কপাহৰ পৰিৱৰ্ত্তে পচম কৰা। তেতিয়া হ'লে বানপানীত হয়তো ই নষ্ট নহবও পাৰে।" তাৰ জ্ঞান ইমান কম আছিল যে পচম যে কৰ লগীয়া বস্তু নহয় আনকি সি এই কথাটোও নাজানিছিল। ভাগ্যৰ ফলত এনেকুৱা মূৰ্খ লোকো মিছৰ দেশৰ শাসনকৰ্ত্তা হব পাৰিছিল।

গুণৰ গৌৰৱে নহয় সৌভাগ্য  
হয়হি দুখীয়া পণ্ডিত সুজন,  
জ্ঞানী সৱে সদা সহে দুৰ্গতি  
মূৰ্খই অবাধে লভে বহু ধন।

---

(৪০)

এসময়ত পাৰস্যৰ এজন বৰ পৰাক্ৰমী বাদচাহ আছিল। তেওঁৰ কাৰণে চীন দেশৰ পৰা এজনী বৰ ৰূপৱতী বান্দী অনা হৈছিল। এদিনাখন বাদচাহে উন্মত্ত অৱস্থাত তাইৰ ওচৰত উপস্থিত হোৱাত তাই বাদচাহক ঘৃনাৰ চকুৰে চালে। বাদচাহৰ বৰ খং উঠিল। তেওঁ তাইক এজন অতি কুৎসিত হাবচী গোলামৰ হাতত সমৰ্পণ কৰিলে। বান্দী জনীক শিক্ষা দিয়াটোৱেই আছিল বাদ-

চাহৰ উদ্দেশ্য। বাদচাহৰ কাৰণে মনোনীত বান্দী জনীক গোলামে যে কিবা অসম্মান কৰিব খাদচাহে সেইটো ভাবিব পৰা নাছিল! কথিত আছে যে সেই হাবচী গোলামটিৰ চেহেৰা ইমান কুৎসিত আছিল যে তাৰ চেহেৰা দেখি আনকি দৈত্য-দানবো ঘৃণাতে দূৰলৈ পলাইছিল আৰু তাৰ গাৰ দুৰ্গন্ধত ওচৰৰ মানুহবিলাক অতিষ্ঠ হৈ উঠিছিল।

হাবচী গোলামটিয়ে সেই ৰূপৱতী বান্দী জনীক দেখি আত্ম-সম্বৰণ কৰিব নোৱাৰিলে। সি তাইক লৈ পলাল। বাদচাহৰ বৰ খং উঠিল। তেওঁ সিহঁত দুয়োটাকে ধৰাই আনি বন্দী কৰিলে। তাৰ পিছত তেওঁ আদেশ দিলে যে সেই গোলামটোক আৰু বান্দী জনীক একে লগে বান্ধি অতি ওখ ঠাইৰ পৰা এটি গভীৰ খালত পেলাই দি হত্যা কৰিব লাগে।

বাদচাহৰ আদেশ শুনি এজন জ্ঞানী আৰু সৎ স্বভাৱৰ উজিৰে অতি বিনীত ভাৱে বাদচাহক ক'লে."হুজুৰ! অধীনৰ নিবেদন এই যে ইহঁত দুয়ো জনকে আপুনি নিজ দয়াৰে এবাৰলৈ ক্ষমা কৰক। অলপ মতিভ্ৰমৰ বাবে ইহঁতৰ প্ৰাণ নামাৰিব।" বাদচাহে ক'লে,"এই দুৰ্ভগীয়া গোলামটিয়ে যদি এটি ৰাতিৰ কাৰণে ধৈৰ্য্য অৱলম্বন কৰিলেহেতেন তেন্তে মই ইয়াক এই বান্দী জনীৰ মূল্যতকৈও বহুত বেছি ধন দান কৰিলোহেতেন।" উজিৰে উত্তৰ দি ক'লে, "হুজুৰে যি কৈছে অৱশ্যে ঠিকেই কৈছে। কিন্তু আপুনি জানো শুনা নাই যে জ্ঞানী লোকসকলে কয়—

পিপাসা আতুৰ লোকে যদি দেখে
সম্মুখত তাৰ পানীৰ নিজৰা;
বলিয়া হাতীকো মৰকি সি ভয়
পিয়ে পানী তাত হই আত্মহাৰা।

উজিৰৰ এই মূল্যবান কথা শুনি বাদচাহে সিহঁত দুয়োজনকে ক্ষমা কৰিলে। তাৰ পিছত বাদচাহে উজিৰক ক'লে, "আপোনাক মই এই গোলামটি দান কৰিলোঁ। কিন্তু বান্দী জনীক কি কৰা

যায় ?" উজিৰে ক'লে, "আপুনি দয়া কৰি ভাইক এই গোলামৰ লগত বিয়া দিয়ক। কাৰণ তাই তাৰহে উপযুক্ত।"

নিজ ইচ্ছাৰে এৰি থৈ তোমাক
আনৰ কাষলৈ যায়হি যিজন ;
নাৰাখিবা তাক অন্তৰত তুমি
নহয় উচিত প্ৰেম নিবেদন ।



( ৪১ )

এসময়ত ৰোম সাম্ৰাজ্যত আলেকজেণ্ডাৰ নামেৰে এজন বৰ প্ৰসিদ্ধ বাদচাহ আছিল। কিছুমানে তেওঁক সুধিছিল, "পূব আৰু পশ্চিমৰ দেশবোৰ আপুনি কেনেকৈ অধিকাৰ কৰিলে ? আপোনাৰ পূৰ্ব্ববৰ্ত্তী সম্ৰাট সকলৰ দেখোন ধনবল আৰু জনবল আপোনাতকৈ অনেক বেছি আছিল, তথাপি এনেকুৱা বিজয় লাভ তেওঁলোকৰ পক্ষে সম্ভৱপৰ হোৱা নাছিল।" আলেকজেণ্ডাৰে উত্তৰ দি ক'লে, "আল্লাৰ অনুগ্ৰহত যিবোৰ দেশ মোৰ অধীনলৈ আহিছে সেইবোৰৰ জনসাধাৰণক মই কোনো কষ্ট দিয়া নাই। মৃত লোক সকলে যিবোৰ ভাল কাম কৰি গৈছে সেইবোৰ মই প্ৰচলিত ৰাখিছোঁ আৰু অতীতৰ বাদচাহ সকলৰ নাম-যশ গৌৰবান্বিত কৰি থৈছোঁ। এইটোৱেই মোৰ গৌৰব আৰু ৰাজ্য বৃদ্ধিৰ কাৰণ !"

জ্ঞানীয়ে কদাপি তাক মহৎ নকয় ;
মহতৰ নাম যিয়ে অশ্ৰদ্ধাৰে লয় ।
ধন জন সিংহাসন সকলো অস্থায়ী ;
পাৰিবা ৰাখিব নাম যদি হোৱা ভাই ।



## দ্বিতীয় অধ্যায়

# দৰবেশ চৰিত

( ৪২ )

এদিনাখন এজন মহৎ লোকে এজন দৰবেশক সুধিলে, "অমুকজন ফকিৰৰ সম্বন্ধে আপোনাৰ মত কি? মানুহে কিন্তু তেওঁৰ বহুত নিন্দা কৰে আৰু নানা ভাৱে তেওঁক উপহাসো কৰে।" তেওঁ উত্তৰ দি ক'লে, "বাহিৰত তেওঁৰ কোনো দোষ মই দেখা নাই, ভিতৰৰ অৱস্থাৰ বিষয়ে কোনো গোপণ তথ্যও মই নাজানো। ভিতৰত অৱস্থা একমাত্ৰ আল্লাইহে জানে।"

সাধুৰ পোছাক পিন্ধা দেখি কাৰোবাক
ভাবা তুমি সাধুজন বুলি হেবা তাক।
কোনে জানে কিনে কাৰ আছে ভিতৰত ;
খোদা অন্তৰ্যামী জানিবা সতত।



( ৪৩ )

এদিনাখন মই দেখিলো যে এজন দৰবেশে কা'বা ঘৰৰ কাষত মূৰটো থৈ কান্দি কান্দি কৈ আছে, "হে পৰম করুণাময়, পৰম দয়ালু আল্লাহ! একমাত্ৰ তুমিহে জানা যে অন্যায়-অত্যাচাৰৰ পৰা কি ভাল কাম হ'ব পাৰে।"

যিদৰে সাধনা কৰা আছিল উচিত ;
পৰা নাই কৰিব হইছো লজ্জিত।
অনুতাপ কৰে পাপী পাপৰ কাৰণে ;
সাধুলোকে ত্ৰুটি হ'লে দুখ পায় মনে।

বেপাৰী সকলে লাভৰ আশা কৰে আৰু সাধক সকলে আল্লাৰ ওচৰত পুৰস্কাৰ আশা কৰে। মোৰ কিন্তু আশা কৰিবলৈ একো নাই। কেৱল তোমাৰ অনুগ্ৰহৰ আশাতহে মই তোমাৰ কাষলৈ আহিছোঁ।

তোমাৰ চৰণে মই লৈছোঁহি আশ্ৰয়;
ইচ্ছা কৰা ক্ষমা কৰা মাৰা ইচ্ছা হয়।
কৰলৈ হেৰা প্ৰভু মোৰ একো নাই;
পূৰ্ণ হক সততে তোমাৰ ইচ্ছাই।



( ৪৪ )

এদিনাখন হজৰত বৰ পীৰ শেখ আব্দুল কাদিৰ জিলানী ( ৰঃ )ই কা'বা ঘৰৰ কাষত মূৰটো থৈ এইদৰে প্ৰাৰ্থনা কৰিছিল, "হে আল্লাহ! তুমি মোক ক্ষমা কৰা। কিন্তু যদি মোক একান্ত পক্ষে ক্ষমা নকৰি শাস্তি দিবলৈ তোমাৰ ইচ্ছা হয় তেন্তে শেষ বিচাৰৰ দিনাখন তুমি মোক অন্ধ কৰি উঠোৱা তেতিয়া হলে ধাৰ্মিক লোক সকলৰ সন্মুখত মই লজ্জিত হব নালাগিব।"

কত যে কাতৰ হই প্ৰাণৰ ভাষাৰে;
মাতিছোঁ তোমাক প্ৰভু স্মৰি বাৰে বাৰে।
নাপাহৰোঁ আমি প্ৰভু কদাপি তোমাক;
তুমি জানো কেতিয়াবা সোঁৱৰা আমাক।



( ৪৫ )

এদিনাখন এটা চোৰ আহি এজন নবাবৰ ঘৰত সোমাল। সি ইপিনে-সিপিনে অনেক বিচাৰি চালে; কিন্তু চুৰি কৰিবলৈ সি একো নাপালে। অৱশেষত সি নিৰাশ হৈ উভতি যাবলৈ ওলাল।

তেতিয়া দৰবেশজনে তেওঁৰ বিছনাৰ কম্বলখনিকে চোৰটোৰ বাটত পেলাই দিলে; যাতে সি খালি হাতে উভতি যাবলগীয়া নহয়।

খোদাৰ প্ৰেমিকে ভুলেও কদাপি
নিদিয়ে কষ্ট আনৰ মনত;
তুমিনো কেতিয়া হবা তেনেকুৱা
কাৰনৰ এই মহাসনৰত।

— ● —

( ৪৬ )

পবিত্ৰ মনৰ লোকসকল দেখাতে হওক বা নেদেখাতে হওক আচাৰ ব্যৱহাৰত একে। তেওঁলোক এনেকুৱা নহয় যে তোমাৰ সন্মুখত তোমাৰ কাৰণে মৰিবলৈ সাজু হয় আৰু তোমাৰ অনুপস্থিতিত তোমাৰ নিন্দা কৰে।

সন্মুখত ভেৰা সম নিৰীহ সুজন;
পিছত সাপৰ দৰে অতীব ভীষণ।
কয়হি আনৰ দোষ যিজনে তোমাক;
তোমাৰো সি বেয়া কথা কয়হি আনক।

— ● —

( ৪৭ )

কেইজনমান লোকে এবাৰ একেলগে দেশ ভ্ৰমণ কৰিবলৈ স্থিৰ কৰিলে। তেওঁলোক পৰস্পৰৰ ঘনিষ্ঠ বন্ধু, একজন আন জনৰ সুখ, দুখৰ সঙ্গী। মইও তেওঁলোকৰ লগত একেলগে থাকিবলৈ আগ্ৰহ জনালোঁ। কিন্তু তেওঁলোক সন্মত নহ'ল। তেওঁলোকৰ একজনে ক'লে, "আপুনি একো বেয়া নাপাব। কাৰণ এবাৰ একজন দস্যুই সাধুৰ বেশেৰে আমাৰ ওচৰলৈ আহি আমাৰ লগত মিলাপ্ৰীতিৰে আছিল আৰু আমিও তাক সাদৰে গ্ৰহণ কৰিছিলোঁ। কাৰণ সি দৰবেশৰ পোছাক পিন্ধিছিল।

"এদিনাখন গভীৰ ৰাত্তি যেতিয়া আমি এটি দুৰ্গৰ ওচৰত শুই আছিলোঁ। সেই সময়ত দুস্থ্যজনে এটি লোটা লৈ বাহিৰলৈ ওলাই গ'ল। আমি ভাবিছিলোঁ। যে সি শৌচ কৰিবলৈ গৈছে; কিন্তু সি উভতি নাহিল। তাৰ পিছত সি আন এদিনাখন ৰাতি কিবা উপায়েৰে সেই দুৰ্গৰ বুকুজত প্ৰৱেশ কৰে আৰু ধন ৰত্ন পূৰ্ণ এটি সৰু বাকচ চুৰি কৰি দূৰলৈ পলাই যায়। আমি সেইবোৰ একো নাজানোঁ। তাৰ পিছত ৰাতি নৌ-পুৱাতেই কিছুমান লোক আহি আমাক দুৰ্গৰ ভিতৰলৈ লৈ গ'ল। আমি বাকচটি চুৰি কৰা বুলি ভাবি সিহঁতে আমাক নিৰ্দয় ভাবে মাৰপিট কৰিলে আৰু কাৰাগাৰত আবদ্ধ কৰি ৰাখিলে। সেই দিনাৰ পৰাই আমি অপৰিচিত লোকৰ সংস্ৰৱ ত্যাগ কৰি নিৰ্জনে থাকিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈছোঁ। কাৰণ নিৰ্জনতাত আছে নিৰাপদ আৰু শান্তি"।

পোছাক দেখিয়ে নোৱাৰি চিনিব
লোক সেইজন কেনেকুৱা হায়;
লিখকেহে জানে চিঠিত কি আছে
আন লোকে ভাৰ খবৰ নাপায়।

দলৰ একজনে যদি কৰে দোষ
সৰু বৰ কাৰো সন্মান নৰয়;
শস্য খোৱা এটি গৰুৰ কাৰণে
সমস্ত গাওঁৰে দুৰ্নাম হয়।



(৪৮)

এদিনাখন একজন বাদচাহে একজন ফকিৰক নিমন্ত্ৰণ দিলে। খোৱাৰ সময়ত ফকিৰে যিখিনি প্ৰয়োজন তাতকৈ কম খালে; কিন্তু নামাজৰ সময়ত যিখিনি প্ৰয়োজন তাতোকৈ বেচি পঢ়িলে।

( ৪২ )

তেওঁৰ বিশ্বাস আছিল যে এনেকুৱা কৰিলে হয়তো তেওঁৰ ওপৰত বাদচাহৰ উচ্চ ধাৰণা হব ।

চলিছা যি পথে হেৰা বনবাসী
নহয় কদাপি ই পথ তোমাৰ ;
কা'বা দৰশনে নাই তব ইচ্ছা
তুৰস্কলৈ দেখোঁ গমন তোমাৰ ।

ফকিৰে ঘৰলৈ আহি আকৌ আহাৰ খাবলৈ ওলাল । তেওঁৰ এটি জ্ঞানী পুতেক আছিল । তেওঁ কথাটো বুজিব পাৰি পিতাকে বাদচাহৰ ঘৰত কিয় প্ৰয়োজন মতে আহাৰ খোৱা নাছিল সুধিলে । পিতাকে কলে, "বোপা ! মই তেওঁলোকৰ সন্মুখত এই আশাতে পূৰা আহাৰ খোৱা নাছিলোঁ, যাতে কাম হব পাৰে " । পুতেকে কলে, "আপুনি নামাজ আকৌ পঢ়ক । কাৰণ, তাত আপুনি এনেকুৱা ভাবে নামাজ পঢ়া নাই, যিটো আপোনাৰ কামত লাগিব পাৰে " ।

গুণবোৰ তব ৰাখি বাহিৰত
বঢ়াইছা মূল্য তোমাৰ নিজৰ
দোষবোৰ হলে গোপনে লুকাই
ৰাখিছা ভিতৰে তব হৃদয়ৰ ।

---

( ৪৩ )

মোৰ এটি কথা মনত পৰে ; বাল্য কালত মই আল্লাৰ উপসনা বেছি পৰিমাণে কৰিছিলোঁ । উজাগৰে থাকি বহুতো ৰাতি মই কটাই দিছিলোঁ । আল্লাৰ উপাসনা মোৰ নিচিনা আন কোনেও কৰা নাছিল । এদিনাখন ৰাতি মই পিতাৰ লগত আল্লাৰ উপসনাত মগ্ন আছিলোঁ । মই গোটেই ৰাতি চকু চিপ মৰাই নাছিলোঁ । আমাৰ ওচৰতে এদল লোক মোৰ টোপনিত লাল

কাল দেখি মই পিতাক ক'লোঁ — " ইহঁতৰ কোনেও গোটেই ৰাতি এবাৰো মূৰ নাডাঙিলে, আনকি ভূকাকাত নামাজো নপঢ়িলে। দেখিলেই অনুমান হয় ইহঁত যেন একেবাৰেই মৰি আছে।" পিতাই কলে, " বোপা ! তুমিও সিহঁতৰ দৰে শুই থকা হলে, এনেকুৱা পৰ নিন্দাতকৈ বেছি ভাল হ'ল হেতেন। সিহঁতে শুই আছে, কিন্তু কোনো পাপ কৰা নাই। কিন্তু তুমি উজাগৰে থাকি পৰ নিন্দা মহা পাপত লিপ্ত হ'লা "।

যদিহে খোদাই অন্তৰত নয়ন
কৰিলে হেতেন তোমাক দান ;
দেখিলা হেতেন নাই ধৰণীত
নিৰুপায় লোক তব সমান।

---

( ৫০ )

এসময়ত এজন বৰ জ্ঞানী লোক আছিল। এদিনাখন এখন সভাত বহুত লোকে তেওঁৰ অনেক প্ৰশংসা কৰিছিল। আনকি তেওঁলোকে তেওঁৰ গুণ গৰিমা অত্যন্ত বঢ়াই কৰলৈও ত্ৰুটি কৰা নাছিল। প্ৰশংসিত ভদ্ৰলোকজন সেই সময়ত তাতে উপস্থিত আছিল। তেওঁ সকলোবোৰ কথা নীৰৱে শুনি থাকি অৱশেষত মূৰটো দাঙি লাহেকৈ কলে, "মই কেনেকুৱা লোক মইহে জানোঁ।"।

জানে মোক ভাল বুলি সকলো মানুহে ;
মই যে কিমান ভাল জানিছোঁ মইহে।
আছে মোৰ ভিতৰত দোষ যি গোপন ;
বহু লাজ লাগে মোৰ কৰিলে স্মৰণ।
ময়ূৰৰ ৰূপ দেখি সবে গুণ গায় ;
থাকে সি ছবিত হই ঠেঙৰ লজ্জায়।

( ৫১ )

আৰব দেশত লেদানন নামেৰে এখন ঠাই আছে। তাত এজন দৰবেশ ধৰ্ম্মপৰায়নতা আৰু আল্লাৰ উপসনাত অতি বিখ্যাত আছিল। তেওঁৰ আলৌকিক শক্তিৰ বিষয়ে আনকি দূৰ দূৰণিৰ লোকসকলেও জানিছিল।

এদিনাখন তেওঁ বাগদাদত কোলাছা নামেৰে এখন ঠাইৰ এটা সৰু পুখুৰীত ওজু ( হাত, মুখ, আদি ধোৱা কাম ) কৰি আছিল। হঠাতে ভৰি পিচলি তেওঁ সেই পুখুৰীটোত পৰি গ'ল আৰু অতি কষ্টে বহুত পিছত তেওঁ তাৰ পৰা উদ্ধাৰ হ'ল।

নামাজৰ পিছত লোকসকলে তেওঁক ভিজা অৱস্থাত দেখি আৰু ঘটনাটো জানিব পাৰি দুখিত আৰু আচৰিত হ'ল। এজনে কলে, "হুজুৰ! মোৰ মনত পৰে আপুনি এসময়ত লিবাং সাগৰৰ ওপৰেদি খোজ কাঢ়ি গৈছিল আৰু তাত আপোনাৰ ভৰি দুখনিও আনকি ভিজা নাছিল। কিন্তু আজি সামান্য এটি পুখুৰীৰ পানীত আপোনাৰ এই দুৰৱস্থা হ'ল। ইয়াৰ কাৰণ কি?"

দৰবেশে উত্তৰ দি কলে, "আপুনি জানো শুনা নাই যে হজৰত ৰছুল কৰিম (ছঃ) এ মাজে সময়ে আল্লাৰ লগতো, যোগাযোগ কৰিছিল। কিন্তু এনেকুৱা সময়ো আহিছিল যি সময়ত আনকি তেওঁৰ বিবিসকলৰো তেওঁ খবৰ ৰাখিব পৰা নাছিল। মানুহ সদায় একে অৱস্থাত নাথাকে। যদি ফকিৰৰ অৱস্থা একে ৰকমে থাকিলে হেতেন তেওঁ কেতিয়াও কাৰো লগত যোগা যোগ নাৰাখিলে হেতেন।"

পুত্ৰ হাৰা ৰমনীক সুধিলে এজনে;
গুপুত বিষয়ে তুমি জানা সৰ্ব্বক্ষণে।

আছিল মিছৰে চোলা পালা ঘ্ৰাণ তাৰ;
নেদেখিলা দুৰ্গতি কুৱাঁত লৰাৰ।

কলেহি আমাৰ দশা বিজুলী সদৃশ;
আন্ধাৰ বিনাশি ক্ষণে চমকায় দিশ।

কেতিয়াবা আকাশত আমি ঠাই পাওঁ,
কেতিয়াবা পিছত কি বুজিয়ে নাপাওঁ ।

O

( ৫২ )

বলয়ক নামেৰে এখন ঠাইত এটি জামে মছজিদ আছে ।
এদিনাখন মই তাত ওৱাজৰ ( ধৰ্ম্ম বক্তৃতাৰ ) ধৰণে কেইটামান কথা
কৈছিলোঁ । শ্রোতাসকল মুছলোকৰ নিচিনা আছিল । মোৰ ওৱাজে
( ধৰ্ম্ম বক্তৃতাই সিহঁতৰ মনত অলপো প্রভাৱ বিস্তাৰ কৰিব পৰা
নাছিল । মোৰ কথাত যিবোৰ গভীৰ তত্ত্ব আছিল সিহঁতৰ কোনেও
সেইবোৰ বুজিব নোৱাৰিলে । শিলা কাঠত জুই নধৰাৰ দৰে সিহঁ-
তৰ ঠাণ্ডা মনৰ ভিতৰতো মোৰ ওৱাজৰ প্রভাৱ মুঠেও কাৰ্য্যকৰী
নহ'ল ।

মোৰ মনত এই বুলি দুখ হ'ল যে মই কিছুমান গাধক শিক্ষা
দিবলৈ যেন চেষ্টা কৰিছোঁ। আৰু অন্ধৰ সন্মুখত যেন আয়না ধৰিছোঁ।
মোৰ মনত তেতিয়া এনে দৰে ভাবৰ ঢৌ উঠিল যে মই স্থিৰ হৈ
থাকিব নোৱাৰিলোঁ । কথা প্রসঙ্গত মই কোৰআন শৰীফৰ সেই
বাক্যটো কৈ পেলালোঁ য'ত আল্লাই কৈছে, " মই মানুহৰ ঘাৰৰ
শিৰতকৈও বেছি ওচৰত আছোঁ ।"

আছে বন্ধু মোৰ ওচৰত সদা
মই আছোঁ হায়, বহু দূৰৈ তাৰ ,
ৰাখিছোঁহি যাক হিয়াৰ ভিতৰে
তাৰ , বিৰহত কৰোঁ হাহাকাৰ ।

মই খন্তেকে উদাস হৈ নিজকে পাহৰি গলোঁ । জগতকে পাহ-
ৰিলোঁ। মই গোটেই জগত শুনি । ওচৰতে [illegible] গাভৰু সেই [illegible]
[illegible], ওচৰলৈ টৈ আহিল । তেওঁ এই কথাষাৰ শুনি আমাৰ
সভাত প্রবেশ কৰিলে আৰু তাৰ [illegible] [illegible] [illegible]
[illegible] । [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]

জুইয়ে সভাৰ সকলোৰে অন্তৰ স্পৰ্শ কৰিলে । সভাত আনকি যি সকল নিৰ্বোধ লোক আছিল সিহঁতেও আল্লাৰ প্ৰেমত মতলীয়া হৈ চিঞৰিবলৈ ধৰিলে । মুহূৰ্তৰ ভিতৰতে গোটেই সভাখন যেন স্বৰ্গীয় প্ৰেমত মতলীয়া হৈ উঠিল ।

মই আচৰিত হৈ কলোঁ, 'হে আল্লাহ! তোমাৰ কি অপাৰ মহিমা । যিজন পথিক দূৰত আছিল আৰু ইমান সময় মোৰ কথা একো শুনা নাছিল তেওঁ মোৰ কথাত মুগ্ধ হৈছিল, কিন্তু যিসকলে ইমানঁ সময় মোৰ ওচৰত বহি থাকি মোৰ বক্তৃতা শুনিছিল তেওঁলোকৰ ভিতৰত মোৰ কথাই অলপো প্ৰভাৱ বিস্তাৰ কৰা নাছিল । হৃদয়বান লোক দূৰতে থাকিলেও ওচৰত, আৰু হৃদয়হীন লোক ওচৰত থাকিলেও দূৰত "।

যদি শ্ৰোতা সবে মনদি শুনে
নাথাকে উৎসাহ বক্তাৰ মনত,
যদি হৃদয়ত থাকেহি আগ্ৰহ
নহয় তুলনা ইয়াৰ জগত ।



(৫৩)

এখন নদীৰ পাৰত মই এজন ফকিৰ দেখিছিলোঁ । বাঘৰ কামোৰত তেওঁৰ শৰীৰ ভয়ানক ভাবে ক্ষত বিক্ষত হৈছিল । 'নানা ৰকম ঔষধৰ ব্যৱহাৰতো তেওঁ আৰোগ্য পোৱা নাছিল । তেওঁ বহু কাল এইদৰে বাঘ তীব্ৰ যন্ত্ৰণা নীৰৱে সহ্য কৰিছিল আৰু মহান খোদাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছিল । কিছুমান মানুহে এইটো দেখি তেওঁক সুধিলে । " এনেকুৱা, যন্ত্ৰণাদায়ক অৱস্থাতো তুমি কিয়নো কাৰণে কৃতজ্ঞতা প্ৰকাশ কৰিছা ? " তেওঁ উত্তৰ দি কলে, " মই এই কাৰণে আল্লাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ যে অত্যন্ত কষ্টত আছোঁ [illegible] পাপত লিপ্ত হোৱা নাই ।

যদি [illegible] [illegible]

( ৫৩ )

নাভাবোঁ অকনো মোৰ হৃদয়ত ,
হয়তো দুখিত হব পাৰে তেওঁ
বয়হি চকুলো সেইটো অন্তত ।

সঁচাকৈয়ে আল্লাৰ প্ৰেমিকসকলে সকলোবোৰ বিপদ আপদ, দুখ কষ্ট আদি হাঁহি মুখে বৰণ কৰে কিন্তু পাপৰ সংস্পৰ্শলৈ নাযায় । কোৰআণ শৰীফত আছে হজৰত ইউচুফ ( আ ) ক যেতিয়া কাৰাগাৰলৈ পঠোৱা হৈছিল তেতিয়া তেওঁ কৈছিল, "হে আল্লাহ ! প্ৰলোভনময় পাপৰ সেই পথটিতকৈ এই কাৰাগাৰ মোৰ ওচৰত বেছি প্ৰিয় ।"



( ৫৪ )

এসময়ত এজন বৰ দুখীয়া ফকিৰ আছিল । তেওঁ বৰ অভাৱত পৰি এদিনাখন আন এজন ধৰ্ম বন্ধুৰ এখন কম্বল অপহৰণ কৰিলে । তাৰ পিছত তেওঁ সেই কম্বলখনি বিক্ৰি সংসাৰিক খৰচ বহন কৰোতে হঠাতে তেওঁ ধৰা পৰিল । চহৰৰ কাজীয়ে ( বিচাৰকে ) সেই সময়ৰ ব্যৱস্থা অনুযায়ী ফকিৰৰ সোঁ হাতখন কাটি পেলাবলৈ আদেশ দিলে । কম্বলৰ মালিক সেই ধৰ্ম বন্ধুজনে কাজীক চাহি কলে, "হুজুৰ ! মই তেওঁক কম্বলখনি দান কৰিছোঁ । দয়া কৰি তেওঁক আপোনাৰ দণ্ডাজ্ঞা ৰহিত কৰক ।" কাজীয়ে কলে, "তোমাৰ কথা অনুযায়ী আইনৰ বিৰুদ্ধাচৰণ কৰা নাযায় । তেওঁ চুৰি কৰিছে । গতিকে তেওঁৰ দণ্ড হৈছে হস্তচ্ছেদ ।

ফকিৰৰ সেই ধৰ্ম বন্ধুজনে কলে, "হুজুৰ ! আপুনি যি কৈছে অৱশ্যে ঠিকেই কৈছে । ফকিৰ আৰু দৰবেশ সকলৰ নিজৰ কোনো সম্পত্তি নাই । তেওঁলোকৰ যিবোৰ বস্তু আছে সেই সকলোবোৰৰ হৈছে আমৰ দান । গতিকে তেনেকুৱা মাৰ্গ পথী লোকবোৰেই আত্ম-হৰণ কৰে আৰু বাৰে হস্তচ্ছেদ কৰা উচিত নহয় ।"

ফকিৰৰ ধৰ্ম-বন্ধুজনৰ এই যুক্তি কাজীয়ে ( বিচাৰকে ) মানি লৈছিল । তেওঁ ফকিৰৰ দণ্ড ৰহিত কৰিলে । কিন্তু তেওঁক

অত্যন্ত তিৰস্কাৰ কৰি কলে, " দুৰ্ভগীয়া, এই পৃথিৱীখন তোমাৰ কাৰণে ইমান সঙ্কীৰ্ণ হলনে যে তুমি চুৰি কৰিবলৈ আন ঠাই নাপালা। এনেকুৱা এজন বন্ধুৰ ঘৰতহে তুমি চুৰি কৰিব পাৰিলানে ?"

ফকিৰে লাজ পাই কলে, "হুজুৰ! আপুনি জানো শুনা নাই যে মানুহে কয়, —

বন্ধুৰ মাল লোৱা হেৰা যদি
তাত কোনো ক্ষতি কদাপি নহয়,
অভাৱত যদি হোৱা নিৰুপায়
ভিক্ষা কৰা তব উচিৎ নহয়।

০ — ০

( ৫৫ )

এদিনাখন ৰাতি এজন ধৰ্ম্মপৰায়ন লোকে সপোনত দেখিলে যে এজন বাদচাহ বেহেস্তত (সৰগত) আৰু এজন দৰবেশ দোজখত (নৰকত) আছে। এইটো দেখি তেওঁ আচৰিত হ'ল। কাৰণ মানুহৰ ধাৰণা ইয়াৰ বিপৰীত।

তেওঁ মনে মনে এই বিষয়ে চিন্তা কৰি আছে। এনেতে আল্লাৰ পৰা দৈৱবাণী আহিল, "এই বাদচাহজনৰ লক্ষ্য আছিল ফকিৰৰ পিনে। তেওঁ ফকিৰ ভাবে জীৱন যাপন কৰিবলৈ ভাল পাইছিল। সেই কাৰণে তেওঁৰ স্থান হৈছে বেহেস্তত (সৰগত)। সেই দৰবেশ জনৰ লক্ষ্য আছিল বাদচাহ আৰু ধনী লোকৰ পিনে। তেওঁ বাদচাহ আৰু ধনী লোকৰ সংশ্ৰৱ ভাল পাইছিল আৰু তেওঁ লোকৰ ওচৰত থাকিবলৈ কামনা কৰিছিল। গতিকে তেওঁৰ স্থান হৈছে দোজখত (নৰকত)।

কুকাম কদাপি নকৰিবা ভাই
নিজৰ চৰিত্ৰ ৰাখিবা নিৰ্ম্মল,
মিছাতে মলমা ফকিৰৰ বেশ
জানিবা সদা সেইটো বিফল।

( ৫৬ )

এসময়ত এজন পথভ্ৰষ্ট পাপী লোক আছিল। তেওঁ আল্লাৰ অসীম অনুগ্ৰহত সুপথ লাভ কৰিছিল। তেওঁ অতি অলপ দিনৰ ভিতৰতে দৰবেশসকলৰ দলত ভৰ্ত্তি হ'ল। দৰবেশসকলৰ সৎ সঙ্গৰ ফলত তেওঁৰ ভিতৰত সত্য পৱিত্ৰতাৰ পোহৰ জিলিকি উঠিল। বেয়া কামৰ পৰিবৰ্ত্তে তেওঁ সদায় ভাল কাম কৰিবলৈ ধৰিলে। সংসাৰৰ মায়া মোহ আদি অন্তৰৰ পৰা আঁতৰি গ'ল। তথাপি তেওঁ মানুহৰ নিন্দাৰ পৰা ৰক্ষা নাপালে। লোকে নানা ভাবে তেওঁৰ নিন্দা কৰিয়ে থাকিল।

এদিনাখন তেওঁ নিৰুপায় হৈ তেওঁৰ গুৰুৰ ওচৰলৈ গৈ আটাহ্‌বোৰ কথা কলে। গুৰুৱে কলে, "বোপা! আল্লাক তুমি ধন্যবাদ দিবা যে সিহঁতে তোমাক যেনেকুৱা পাপী বুলি ভাবে তুমি প্ৰকৃততে তেনেকুৱা নোহোৱা। মানুহে তোমাক নিন্দা কৰে, তোমাৰ কোনো চিন্তা নাই। কিন্তু মানুহে মোক পুৰা ধাৰ্ম্মিক বুলি ভাবে, অথচ মোৰ দোষ ত্ৰুটি আৰু ভিতৰৰ অৱস্থা সিহঁতে নাজানে। অন্তৰ্য্যামী আল্লাৰ ওচৰত একো গোপন নাই।"

থাকে মোৰ সদা ছুৱাৰ বন্ধ
আনে মোৰ দোষ নোৱাৰে ধৰিব;
অন্তৰ্য্যামী সেই খোদাৰ কাৰত
কোনে পাৰে বাৰু গোপন কৰিব?

- • -

( ৫৭ )

এখন চহৰত এজন বৰ জ্ঞানী লোক আছিল। এদিনাখন মই তেওঁৰ ওচৰত অভিযোগ কৰি কলোঁ যে অমুক মানুহজনে অন্যায় ভাবে মোৰ বিৰুদ্ধে মিছা সাক্ষ্য দিছে। তেওঁ মোক কলে, "তুমি সদ্ব্যৱহাৰৰ দ্বাৰা তাক লজ্জিত কৰিবলৈ চেষ্টা কৰা।"

হোৱা যদি তুমি জ্ঞানী জানিবা সতত;
নাথাকিব শত্ৰু ভয় এই জগতত।

( ৫৮ )

এসময়ত এজন চুফী আছিল। এদিনাখন তেওঁ কথা প্ৰসঙ্গত কলে, " অতীতৰ চুফীসকল গোলমালৰ মাজত থাকিলেও অন্তৰে অন্তৰে তেওঁলোক নিৰ্জ্জনে বাস কৰিছিল। কিন্তু বৰ্ত্তমান কালৰ চুফীসকল নিৰ্জ্জনে থাকিলেও তেওঁলোকৰ অন্তৰ নানা গোলমালে পৰিপূৰ্ণ। প্ৰকৃত সাধকসকলে জনতাৰ মাজতো নিৰ্জ্জনে বাস কৰিব পাৰে; কিন্তু যিসকল লোক সাধনাৰ পথত আগ নাবাঢ়ে তেওঁলোক নিৰ্জ্জনে ধ্যানত বহিলেও তেওঁলোকৰ অন্তৰ জগতৰ যাবতীয় গোলমালেৰে পূৰ্ণ হৈ থাকে।

মন যদি তব ঘূৰে দহো দিশে
নিৰ্জ্জনে থাকি একো লাভ নাই;
থাকে যদি মন খোদাৰ ধ্যানত
ধন জন মাজে নিৰ্জ্জন ভাই।

- ০ -

( ৫৯ )

এবাৰ মই কেইজনমান প্ৰেমিক যুৱকৰ লগত হেজাজ দেশৰ মাজেদি গৈ আছিলোঁ। তেওঁলোকে সদায় গভীৰ ভাবত তন্ময় হৈ গুণ গুণ কৈ কি যেন এটি প্ৰেম পূৰ্ণ ৰহস্যময় কবিতা আ-বৃত্তি কৰি গৈ আছিল। আমাৰ দলটোত এজন কঠোৰ প্ৰকৃতিৰ বৰ জ্ঞানী চুফী আছিল। তেওঁ তাৰ মৰ্ম্ম একো বুজা নাছিল। প্ৰেমিকসকলৰ অন্তৰৰ বেদনা সম্বন্ধে তেওঁৰ মনত কোনো ধাৰনাই নাছিল।

আমি যেতিয়া গৈ গৈ চিৰিয়াৰ এখিলে বনি হেজাজ নামেৰে এখন মৰুময় ঠাইত উপস্থিত হলোঁ। তেতিয়া এটি হাবচী ল'ৰা আমাৰ ওচৰলৈ আহি এনেকুৱা সুমধুৰ সুৰত গান গাবলৈ ধৰিলে যে তাৰ গানৰ সুৰত চাৰিও পিনে যেন মধুময় হৈ উঠিল।

সেই গানত মুগ্ধ হৈ আকাশৰ চৰাইবোৰ তললৈ নামি আহিল আৰু উটবোৰো গানৰ তালে তালে নাচিবলৈ ধৰিলে। সেই চুফী-

জনবো উটটো ভাবত উন্মত্ত হৈ নাচিবলৈ ধৰিলে। তেতিয়া মই তেওঁক কলোঁ, " জনাব! সঙ্গীতত আনকি পশু পক্ষীও মুগ্ধ হ'ল, কিন্তু আচৰিত বিষয় এই যে ই আপোনাৰ হৃদয় স্পৰ্শ কৰিব নোৱাৰিলে।"

পশু পক্ষী পোক — তৃণ লতা জুৰি
সবে মতলীয়া — খোদাৰ প্ৰেমত;
এনুৱা প্ৰেমৰ — মধুৰ পৰশ
নালাগে মাথোন — মৰু হৃদয়ত।



( ৬০ )

এজন বাদচাহ অত্যন্ত বৃদ্ধ অৱস্থাত উপনীত হৈছিল। তেওঁৰ সন্তান সন্ততি উত্তৰাধিকাৰ কোনো নাছিল। এদিনাখন তেওঁ মৰিব বুলি ভাবি কলে যে পিছদিনাখন ৰাতিপুৱা পোন প্ৰথমে যিয়ে চহৰত প্ৰৱেশ কৰিব তাকেই তেওঁৰ উত্তৰাধিকাৰী কৰিব।

ঘটনা ক্ৰমে পিছদিনা ৰাতিপুৱা পোন প্ৰথমে এজন ফকিৰ আহি সেই চহৰত প্ৰৱেশ কৰিলে। সি গোটেই জীৱন ভিক্ষা কৰি অন্ন বস্ত্ৰৰ সংস্থান কৰি আছিল। মন্ত্ৰীসকলে আৰু ৰাজ্যৰ প্ৰধান প্ৰধান লোকসকলে তাকেই বাদচাহ বুলি মানি ললে। তাক ৰাজ মুকুট পিন্ধাই সিংহাসনত বহুৱা হ'ল আৰু ৰাজ্যৰ বিৰাট ধনৰ ভঁৰাল-টিও তাৰ হাতত দিয়া হ'ল।

ফকিৰৰ কিছু দিন অতি আৰামতে চলি গ'ল। কিন্তু তাৰ সেই আৰাম বেছি দিন নাথাকিল। ৰাজ্যত নানা বিশৃঙ্খলা আৰম্ভ হ'ল। প্ৰজাসকল বিদ্ৰোহী হৈ উঠিল। ওচৰত থকা ৰাজ্যবোৰৰ ৰজাসকলে এইটো গম পাই তাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। ফকিৰ বৰ চিন্তাত পৰিল।

এদিনাখন তাৰ ভিক্ষুক জীৱনৰ পুৰণি বন্ধু এজনে তাৰ ৰাজ্য লাভত আনন্দিত হৈ তাক আহি কলে' " আল্লাৰ প্ৰতি অশেষ ধন্য-বাদ যে কাইটৰ পৰাই তোমাৰ এই সৌভাগ্যৰ ফুল ফুলিছে। তুমি

উচ্চ স্থান লাভ কৰিলা। আল্লাই কোৰ্‌আনত কৈছে, " নিশ্চয় দুখৰ পিছত সুখ আছে।"

বাতি কালে ফুলে ফুল প্ৰভাতে শুকায় ;
কোনো বস্তু একে ভাবে নাথাকে সদায় ।
কেতিয়াবা পিন্ধে গছে পাতৰ ভূষণ ;
কেতিয়াবা উলঙ্গ ই বিধিৰ লিখন ।

ফকিৰে কলে, ' বন্ধু ! মোৰ অৱস্থা পৰিবৰ্ত্তনত আনন্দ নকৰিবা; ববং দুখহে কৰিবা। কাৰণ আগেয়ে মোৰ কেৱল অন্নৰ চিন্তাহে আছিল। এতিয়া গোটেইখন পৃথিৱীৰ চিন্তাই মোক অস্থিৰ কৰি তুলিছে।"

নাথাকিলে ধন মনে হয় দুখ
পালে সেই ধন বিপদ বাঢ়ে ;
দুখ ভৰ পূৰ এই ধৰা খনি
পোৱা বা নোপোৱা বিপদে নেৰে ।
যদিহে বিচাৰা প্ৰকৃত সম্পদ
নাই কোনো ধন সমান ধৈৰ্য্যৰ ;
ধন দানতকৈ শত গুণে ভাল
মনৰ সন্তোষ দুখীয়া জনৰ ।

- O -

( ৬১ )

জগত বিখ্যাত হজৰত আবু হোৰাইৰা ( ৰাঃ ) ৰ কথা সকলোৱে জানে। তেওঁ প্ৰত্যেক দিনে হজৰত ৰচুল কৰিম ( ছঃ ) ৰ সেৱাত উপস্থিত হৈছিল। এদিনাখন হজৰত ৰচুল কৰিম ( ছঃ ) এ তেওঁক কলে ' " আপুনি সদায় নাহিব। তেতিয়া হলে মৰম স্নেহ বাঢ়িব। কাৰণ বেলিটো ইমান সুন্দৰ আৰু উজ্জ্বল বস্তু ; তথাপি ই সদায় উদয় হয় বুলিয়ে ইয়াক কোনেও ভাল নাপায়। কেৱল শীত কালতহে ইয়াক সকলোৱে আদৰ কৰে ; কাৰণ, তেতিয়া ইয়াৰ প্ৰয়োজন আছে।

কাৰো ওচৰলৈ গলে দোষ নাই
নকৰিবা কিন্তু অধিক গমন ;
তোমাক শাসন আনে নকৰিব
নিজকেই তুমি কৰিবা শাসন ।

• — •

( ৬২ )

বন্ধু বান্ধৱৰ ব্যৱহাৰত অত্যন্ত বিৰক্ত হৈ মই এবাৰ জেৰুজালেমৰ ওচৰৰ এখন হাবিলৈ গুচি গৈছিলো । এদিনাখন ঘটনাক্ৰমে এদল ইংৰাজে মোক বন্দী কৰি ত্ৰিপলীলৈ লৈ গ'ল । তাত এজন ইহুদীৰ অধীনত আন আন বহুত কয়েদীৰ লগত মিলি মোক মাটি কাটিবলৈ লগাই দিলে । বৰ কষ্টত মোৰ দিনবোৰ যাবলৈ ধৰিলে ।

শিকলি আবদ্ধ যদি থাকে দুচৰণ ;
ভাল ইটো লগে যদি থাকে বন্ধুগন ।
বাগিচা ভ্ৰমনো তব সুখৰ নহয় ;
অচিন লোকৰ লগে জানিবা নিশ্চয় ।

এদিনাখন মোৰ এজন পুৰণি বন্ধুৱে হঠাতে মোৰ এই অৱস্থা দেখি মোৰ ওপৰত তেওঁৰ দয়া হ'ল । তেওঁ দহটি সোণৰ মুদ্ৰা দি ইংৰাজৰ দাসত্বৰ পৰা মোক মুকলি কৰি দিলে । তেওঁৰ ঘৰ আলেপ্পো চহৰত । তেওঁ মোক ঘৰলৈ নি তেওঁৰ ছোৱালী জনীক মোৰ লগত বিয়া দিলে । কিছু দিন বেচ সুখ শান্তিতে গ'ল ।

তাৰ পিছত মোৰ ঘৈনীয়ে মোৰ লগতে দুৰ্ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে । দিনে দিনে তাইৰ দুৰ্ব্যৱহাৰ ইমান বাঢ়িল যে মই সহ্য কৰিব নোৱাৰা হৈ পৰিলোঁ । এদিনাখন তাই মোক অহংকাৰৰ সুৰত কলে, " তুমি সেইজন লোক নোহোৱানে, যাক মোৰ পিতাই দহটি সোণৰ মুদ্ৰা দি ইংৰাজৰ কয়েদখানাৰ পৰা কিনি আনিছিল । মই কলোঁ " হয়, অৱশেষত তেওঁ মোক তোমাৰ দাসত্বত নিয়োগ কৰিলে । "

ভাল মানুহে বহুত ভাবিব

থাকে কেতিয়াবা দুষ্ট মতি নাৰী ;
সেই ঘৰখনি হয় পৰিণত
জলন্ত নৰকৈ মৰণ বিচাৰি ।

- ০ -

( ৬৩ )

এসময়ত এজন উদাসীন ফকিৰ আছিল। তেওঁ কুফাৰ পৰা আহি হেজাজৰ পথিকসকলৰ লগত লগ লাগিল। তেওঁৰ মূৰত কোনো আবৰণ নাছিল। খালি ভৰিৰে তেওঁ সেই ভীষণ মৰুভূমিৰ পথ অকলে অতিক্ৰম কৰি আহিছিল। তেওঁ ভাবত তন্ময় হৈ ধীৰে ধীৰে গৈ আছিল আৰু মনে মনে গাইছিল,—

উট সম মোৰ নাই কোনো বোজা
মুঠো কোনো দিনে উটৰ পিঠিত ;
কাৰো প্ৰভু মই নহওঁ কদাপি
গোলামো নহওঁ এই ধৰণীত ।

নাই ধন মোৰ কোনো চিন্তা নাই
মুক্ত এই প্ৰাণ ক'ত সুখী মই
আৰামে উশাহ লইছোঁ সদায় ;
নহয় অভাৱ কোনো বস্তুৰেই ।

উটত উঠি যোৱা এজন ধনী ভদ্ৰলোকে তেওঁক কলে, "হেৰা ফকিৰ ! তুমি এনেকুৱা অৱস্থাত কলৈ যাবা ? তুমি উভতি যোৱা । নহলে এই মৰুভূমিৰ নিদাৰুণ কষ্টত তুমি মৰি যাবা ।" ফকিৰে কথা নুশুনি মৰুভূমিৰ পথেৰে অকলে গৈ থাকিল । আমি যেতিয়া গৈ নখ্লায়ে মাহমুদ নামেৰে এখনি ঠাই পালোঁ তেতিয়া দেখিলোঁ যে উটত উঠি যোৱা সেই ধনী ভদ্ৰলোকটি মৰি গ'ল আৰু সেই ফকিৰ জনে আহি তেওঁৰ ওচৰত থিয় হৈ কলে, "মই ইমান কষ্ট কৰি আহিও নমৰিলোঁ আৰু তুমি ইমান প্ৰাচুৰ্য্য থকাতেও মৰি গ'লা ।"

স্বাস্থ্যবান ভদ্ৰলোক অকালে মৰিল ;

দুৰ্ব্বল আহত লোকো নমৰি বাচিল ।

- • -

( ৬৪ )

এদিনাখন এজন ফকিৰক বাদচাহে নিমন্ত্ৰণ কৰিলে। ফকিৰে ভাবিলে,, "মই এনেকুৱা এটি ঔষধ খাম যাৰ দ্বাৰা মোৰ শৰীৰ অতি দুৰ্ব্বল আৰু খীন দেখা যাব। তেতিয়া হলে মোৰ সম্বন্ধে বাদচাহৰ উচ্চ ধাৰণা হব। তেওঁ ভাবিব যে আল্লাৰ অতিৰিক্ত উপসনাৰ কাৰণে মোৰ শৰীৰ এনেকুৱা খীন হৈছে।" ফকিৰৰ এনেকুৱা ভাৱত আল্লাহ অসন্তুষ্ট হ'ল। ফকিৰে ভুলি আন কিবা ঔষধ খালে। তেওঁৰ গোটেই শৰীৰত তীব্ৰ বিহ হ'ল। অলপ পিছতে তেওঁ মৰিল।

পেস্তা বুলি আমি ভাবিছিলোঁ। যাক
ভিতৰে বাহিৰে অতি ভাল সাৰ;
গই ওচৰলৈ দেখিলোঁ এতিয়া
পিয়াজৰ দৰে সকলো অসাৰ।

কা'বাক পিছত ৰাখি চুকীজনে
ঘুৰাইছে মুখ মানৱৰ পিনে;
আহা কি সুন্দৰ অভিনয় তাৰ
দেখোঁ নামাজৰ সদা ৰাতি দিনে।

- • -

( ৬৫ )

এসময়ত গ্ৰীচ দেশত এটা দস্যুৰ দল আছিল। সিহঁতে কিছুমান বেপাৰীক নিৰ্দয় ভাবে মাৰ পিত কৰি তেওঁলোকৰ সকলো-বোৰ মাল বস্তু লুটি নিছিল। বেপাৰী কেইজনে বহুতো কান্দি কাটি আল্লাৰ নামত, পয়গাম্বৰৰ নামত সিহঁতৰ ওচৰত দয়াৰ কাৰণে অনেক আবেদন নিবেদন কৰিলে; কিন্তু কোনো ফল নহল।

সেই বেপাৰী কেইজনৰ মাজত জগদ্বিখ্যাত লোকমান হাকিমো আছিল। বেপাৰী কেইজনে তেওঁক কলে, "হাকিম চাহেব! আপুনি

দয়া কৰি ইহঁতক কিছু উপদেশ দিয়ক, যাতে ইহঁতে এনেকুৱা অন্যায় কামৰ পৰা আঁতৰি থাকে। অতি দুখৰ বিষয় যে আমাৰ ইমানবোৰ ধন সম্পত্তি নষ্ট হ'ল।" লোকমান হাকিমে কলে, "এই শ্ৰেণীৰ পশু প্ৰকৃতিৰ লোকৰ আগত জ্ঞানৰ কথা কোৱাটো ইয়াতোকৈ বেছি দুখৰ বিষয় হব। কাৰণ, সিহঁতে কথা নুশুনিব।"

মামৰ ধৰেছি যদি দেহত লোহাৰ;
নাযায় ফুঁকত গুচি মলিনতা তাৰ।
শিলত গজাল লোকে নোৱাৰে বহাব;
উপদেশে পাষণ্ডক নোৱাৰে গলাব।

বিপদত যদি ব্যথিত জনৰ
মনৰ কামনা কৰাহি পূৰণ;
আশীৰ্ব্বাদে তাৰ তব ধন মাল
নোৱাৰিব আনে কৰিব হৰণ।

-●-

( ৬৬ )

জগদ্বিখ্যাত লোকমান হাকিমক মানুহবিলাকে সুধিছিল, "আপুনি কাৰ পৰা ভদ্ৰতা শিকিলে?" তেওঁ উত্তৰ দি কলে, "অভদ্ৰৰ পৰাহে ভদ্ৰতা শিকিলোঁ। কাৰণ সিহঁতৰ যিবোৰ কাম মোৰ পছন্দ হোৱা নাই মই তেনেকুৱা কাম কেতিয়াও কৰা নাই।"

আনৰ কুকাম দেখি জ্ঞানী লোকে
লয় উপদেশ তত্তালিকে ভাই;
দৰ্শণ শাস্ত্ৰ পঢ়ি শুনালেও
অজ্ঞানীৰ কাৰে কোনো মূল্য নাই।

- • -

( ৬৭ )

এসময়ত এজন খোদা ভক্ত লোক আছিল। তেওঁ প্ৰত্যেক ৰাতি দহ কিলো মান আহাৰ খাইছিল আৰু ৰাতি পুৱালৈ কোৰ্‌আন

খৰীক পঢ়ি এবাৰকৈ শেষ কৰিছিল । এইটো কথা শুনি এজন জ্ঞানী লোকে কলে যে যদি তেওঁ এটুকুৰা কটি খাই গোটেই ৰাতি শুই কটালেহেঁতেন তেন্তে ইয়াতোকৈ সেইটো বেছি ভাল হ'ল হেঁতেন ।

জ্ঞানে আলোকিত হুবহি হৃদয়
যদি ৰাখা খালি তোমাৰ উদৰ ;
নাকলৈ খালে জানিবা নিশ্চয়
নাই তত্ব জ্ঞান তোমাৰ ভিতৰ ।

---

( ৬৮ )

চিৰিয়াত এজন ডাঙৰ দৰবেশ আছিল । তেওঁ বহু বছৰ হাবিত কঠোৰ সাধনাৰ দ্বাৰা জীৱন যাপন কৰিছিল আৰু হাবিৰ ফল, পাত, আদি খাই জীয়াই আছিল । তেওঁৰ নাম যশ চাৰিও পিনে বিয়পি পৰিছিল । সেই দেশৰ বাদচাহজনে তেওঁৰ গুণত মুগ্ধ হৈ এদিনাখন তেওঁক কলে, “ হুজুৰ ! হাবিত আপোনাৰ বৰ কষ্ট হয় । আপুনি অনুমতি দিলে মই আপোনাৰ কাৰণে নগৰত এটি উপযুক্ত ঘৰ সাজি দিব পাৰোঁ । ”

উত্তৰে কলে, “ বাদচাহে যিটো প্ৰস্তাৱ কৰিছে মই সেইটো সম্পূৰ্ণ যুক্তিসঙ্গত বুলি ভাবোঁ । আপুনি হাবিৰ মাজৰ পৰা আহি বাদচাহে দিব খোজা ঘৰটিত কিছু দিনৰ কাৰণে বাস কৰি চাওক । যদি বেয়া লাগে পিছত আকৌ আপুনি হাবিলৈ গৈ এতিয়াৰ দৰে জীৱন যাপন কৰিব পাৰিব । ”

উত্তৰে এইদৰে বুজোৱাত দৰবেশে বাদচাহৰ প্ৰস্তাৱটো সম্মতি দিলে । দৰবেশৰ কাৰণে নগৰত এটি সুসজ্জিত নতুন ঘৰ নিৰ্ম্মাণ হৈ উঠিল । ঘৰটি দেখিলেই প্ৰাণ জুৰ পৰি যায় । দৰবেশৰ আলপৈচান ধৰিবলৈ এজনী ৰূপৱতী গাভৰু আৰু এটি সৎ স্বভাৱৰ ডেকা লৰাও নিযুক্ত কৰা হ'ল । তদুপৰি তেওঁৰ কাৰণে অতি সুস্বাদু খাদ্য আৰু ধুনীয়া পোছাকৰো ব্যৱস্থা কৰা হ'ল ।

দৰবেশে ঘৰটিত তেওঁৰ লাগতীয়াল আটাইবোৰ বস্তু পাই পার্থিব মোহত আচ্ছন্ন হৈ পৰিল । তেওঁৰ শৰীৰত পূর্ব্বৰ অৱস্থা পৰিবৰ্ত্তন হ'ল । এইদৰে তেওঁ পাৰ্থিব ভোগ বিলাসত মতলীয়া হোৱাত তেওঁৰ আধ্যাত্মিক সাধনা নষ্ট হ'ল ।

যোগী ঋষি মুনি সাধু দৰবেশ
ডুবিলে এবাৰ পাৰ্থিব মোহত ;
দুৰ্ভগীয়া সৌ মাখিৰ নিচিনা
হেৰায় গৌৰব মধুৰ মাজত ।

- x -

( ৬৯ )

এসময়ত এজন বাদচাহ আছিল । তেওঁৰ সন্মুখত এটা ভাওৰ সমস্যা উপস্থিত হ'ল । তেওঁ মনত ( সঙ্কল্প ) কৰিলে যে তেওঁৰ উদ্দেশ্য সফল হলে তেওঁ এবস্তা মুদ্রা আওলীয়া দৰবেশ সকলৰ মাজত বিতৰণ কৰি দিব ।

যেতিয়া তেওঁৰ সেই উদ্দেশ্য সফল হ'ল তেওঁ বৰ আনন্দ পালে । তেওঁ এজন গোলামৰ হাতত এবস্তা মুদ্রা দি কলে, " যোৱা এই মুদ্রাবোৰ তুমি আওলীয়া দৰবেশ সকলক দান কৰি আহা ।" গোলামটি বৰ জ্ঞানী আৰু বুদ্ধিমান আছিল । সি গোটেই দিনটো ঘূৰি ঘূৰি মুদ্রাৰ বস্তাটি বাদচাহৰ আগত থৈ কলে, " হুজুৰ ! আওলীয়া দৰবেশ সকলক বিচাৰি মই গোটেই দিনটো ঘূৰিলোঁ । মুদ্রা গ্ৰহণ কৰিব পৰা আওলীয়া দৰবেশ মই কতো নাপালোঁ ।"

বাদচাহে কলে, " এইটো কেনেকুৱা কথা ? মই জানোঁ যে এই অঞ্চলত অন্ততঃ চাৰিশ জন আওলীয়া দৰবেশ বৰ্ত্তমান আছে । অথচ তুমি আহি খবৰ দিলা যে তুমি তেওঁলোকৰ এজনকো বিচাৰি নাপালা ।" গোলামটোৱে কলে, " হুজুৰ ! যিসকল আওলীয়া দৰবেশ আছে তেওঁলোকে দান গ্ৰহণ নকৰে, যিসকলে দান গ্ৰহণ কৰে তেওঁলোক আওলীয়া দৰবেশ নহয় ।"

বাদচাহে হাঁহি এটি মাৰি গোলামক কলে, "দৰবেশৰ বেশ দেখিলেই মই তাক দৰবেশ বুলি ভাবিছিলোঁ। তুমি কথাটো ঠিকেই কলা।"

ধনৰ তৃষ্ণা আছে যাৰ মনে
নহয় কদাপি সাধু সেই জন;
প্ৰকৃত সাধুই জানিবা নিশ্চয়
ধন সোণ দান নকৰে গ্ৰহণ।

—

( ৭০ )

এদিনাখন এজন মানুহে চৰিত্ৰবান বিখ্যাত আলেমক (জ্ঞানীলোকক) সুধিলে, "অনেক চুফীয়ে ৰাক্‌ক্ (দাৰ্ভব্য) কাণ্ডৰ পৰা জীৱিকাৰ কাৰণে অৰ্থ গ্ৰহণ কৰে। এই বিষয়ে আপোনাৰ মত কি?

জ্ঞানী লোকজনে উত্তৰ দি কলে, "নিশ্চিন্ত মনে ঘৰৰ কোনত বহি আল্লাৰ উপসনা কৰিবলৈ এনেকুৱা বৃত্তি গ্ৰহণ কৰাটো হালাল (বিধেয়); কিন্তু ৰাক্‌ক্ কাণ্ডৰ পৰা বৃত্তি পাবলৈ ঘৰৰ কোনত আবদ্ধ থকাটো হাৰাম (নিষিদ্ধ)।"



উপসনা হেতু বহি গৃহ কোনে
সাধু লোকে দান কৰোহি গ্ৰহণ;
অসাধুই লয় গৃহ কোনে স্থান
কৰিবলৈ যেন ধন উপাৰ্জ্জন।

●

( ৭১ )

এদিনাখন এজন শিষ্যাই গুৰুক কলে, "মানুহৰ অত্যাচাৰত মই বৰকৈ আমনি পাইছোঁ। কি কৰিম মই একো উপায় পোৱা নাই। বহু লোক মোৰ লগত দেখা কৰিবলৈ আহে। তেওঁলোকৰ লগত কথা পাতোতে মোৰ বহুত সময় নষ্ট হয়।"

গুৰুৱে উত্তৰ দি কলে, আগন্তুক সকলৰ ভিতৰত যিসকল লোক দুখীয়া তেওঁলোকক তুমি টকা ধাৰলৈ দিবা আৰু যিসকল লোক ধনী তেওঁলোকৰ পৰা তুমি সহায় বিচাৰিবা। তেতিয়াহলে তুমি দেখিবা যে তোমাৰ ওচৰলৈ কোনো নাহিব।”

যদি ইছলামী সেনাৰ আগত
এজন ভিখাৰী খোজ কাঢ়ি যায়;
নাস্তিক সেনা পলায় ভয়তে
চীন দেশলৈ দলে দলে হায়।

- X -

( ৭২ )

এদিনাখন এজন জ্ঞানীলোকে তেওঁৰ পিতাকক কলে, “আজি কালি মৌলবী মওলনাসকলৰ এইদৰে উপভোগ বাণী শুনি শুনি মই বিৰক্ত হৈছোঁ। তেওঁলোকৰ কোনো কথাই মোৰ মনত একো প্ৰভাৱ বিস্তাৰ নকৰে। কাৰণ তেওঁলোকে যিটো কৰিবলৈ কয় নিজে সম্পূৰ্ণ বিপৰীত ধৰণৰ কাম কৰে। এনেকুৱা উপদেশ বাণীৰ দ্বাৰা কাৰো একো উপকাৰ নহয়। যিয়ে নিজে কোনো ভাল কাম নকৰে আনক সেই কামৰ নিৰ্দেশ দিবলৈ তেওঁলোকৰ কোনো অধিকাৰ নাই। আল্লাই কোৰআন শৰীফত কৈছে — তোমালোকে আনক কামৰ বাবে উপদেশ দিয়া, অথচ নিজে সেই অনুযায়ী কাম নকৰা।”

ত্যাগিবলৈ সংসাৰ আনক শিকায়;
নিজে কিন্তু সোণ ৰূপে বাকচ ভৰায়।
প্ৰকৃত জ্ঞানী য় নিজে নকৰেহি যিটো;
নকয় আনক তেওঁ কৰিবৰৈ সিটো।

পিতাকে কলে, “বোপা! তুমি কোৱা কথাটো অৱশ্যে সঁচা। কিন্তু সেই বুলি জ্ঞানীলোকৰ উপদেশৰ প্ৰতি অসন্মান দেখুৱাটো মুঠেই উচিত নহয়। জ্ঞানীলোকক অৱজ্ঞা কৰিলে জনসাধৰণ জ্ঞানৰ উপকাৰৰ পৰা বঞ্চিত হব। ধৰ্ম উপদেশ হৈছে প্ৰদীপ

স্বৰূপ। বিয়ে এই প্ৰদীপ ধাৰণ কৰে তেওঁ অৱশ্যে আন্ধাৰত থাকে ; কিন্তু আনে তাৰ দ্বাৰা সুপথ লাভ কৰে। গতিকে তুমি কেতিয়াও তেনেকুৱা কথা নকবা।"

জ্ঞানীৰ কথা মনদি শুনিবা
কৰিবা গ্ৰহণ পাবা উপকাৰ ;
যদিওবা দেখা উপদেশ মতে
নহয় কদাপি ভাল কাম তাৰ।

- X -

( ৭৩ )

এসময়ত এজন বৰ শক্তিশালী পাহলোৱান আছিল। এদিনাখন তেওঁ মনৰ দুখতে মূৰে কপালে হাত দি অকলে আহি আছিল। সেই সময়ত তেওঁৰ ওচৰেদি এজন জ্ঞানীলোক গৈ আছিল। পাহলোৱান জনৰ এইটো অৱস্থা দেখি তেওঁ সুধিলে, "এই লোকজনৰ কি হৈছে যে তেওঁ এনেদৰে বহি আছে ?" আন এজনে কলে যে তেওঁক কোনোবা এজন মানুহে গালি পাৰিছে। জ্ঞানী লোকজনে আচৰিত হৈ কলে, "এই মানুহজনে দহ মোন পাথৰৰ ভাৰ বহন কৰিব পাৰে ; অথচ এটি কথাৰ ভাৰ সহ্য কৰিব নোৱাৰে।"

মাটিৰ পৰাই জনম লভিছা
মাটিৰ লগত যাবা লীন হই ;
মাটিৰ নিচিনা সহিবা যাতনা
অহঙ্কাৰ ভাৱ ত্যাগ কৰা ভাই।

X -

( ৭৪ )

হজৰত ছেখ ছামছুদ্দীন আবুল কবাৰ ( ৰঃ ) মোৰ ওস্তাদ (শিক্ষক) আছিল। তেওঁ মোক অনেক সময়ত গান বাদ্য শুনিবলৈ নিষেধ কৰিছিল আৰু নিৰ্জ্জনে থাকি আল্লাৰ এবাদত (উপাসনা) কৰিবলৈ দিছিল। কিন্তু যৌৱনৰ মত্ততাত আৰু আমোদ

প্রমোদৰ মোহত পৰি মই তেওঁৰ কথা মানিব পৰা নাছিলোঁ। যতে গান বাদ্য হৈছিল তাতে মোক পোৱা গৈছিল। এইদৰে ডাঙৰৰ উপদেশৰ বিৰুদ্ধে মই কাম কৰি গৈ আছিলোঁ। গানৰ মজলিচত মই বহি হাঁহি হাঁহি কৈছিলোঁ :—

আমাৰ লগত যদি আজি কাজী
বহিলে হেতেন আনন্দ মেলাত;
এই সঙ্গীতৰ তালে তালে তাৰ
নাচিলে হেতেন দুয়োখনি হাত।

এদিনাখন ৰাতি কিছুমান মানুহৰ লগত এটা ঘৰত বহি মই গান শুনি আছিলোঁ। যিজনে গান গাইছিল তাৰ মাতটো ইমান কৰ্কশ আছিল যে শ্ৰোতাসকলে কাণত আঙুলি দিবলৈ বাধ্য হৈছিল। গানবোৰো অতি কুৎচিৎ আছিল। অতি কষ্টেৰে গানৰ অত্যাচাৰ সহ্য কৰি থাকোতে ৰাতি পোহৰ হ'ল। মছ্জিদৰ মীনাৰৰ পৰা আজানৰ মধুৰ ধ্বনি আহি আমাক সচেতন কৰি তুলিলে।

প্ৰভাত হোৱাৰ লগে লগে মই মোৰ মূৰৰ পাগুৰি আৰু এটি সোণৰ মুদ্ৰা সেই গায়ক জনক উপহাৰ দি আলিঙ্গন কৰিলোঁ। মোৰ বন্ধুসকলে মোৰ এই কামটি দেখি মোক উপহাস কৰি কলে, "তোমাৰ এই কামটি মূৰ্খেও উচিত হোৱা নাই। তুমি মিছাতে এই গায়কজনক ইমানবোৰ মূল্যবান উপহাৰ দান কৰিলা।"

মই কলোঁ "তোমালোকে মোক মিছাতে তিৰস্কাৰ নকৰিবা। আগেয়ে তোমালোকে মোৰ কথা শুনা। এই গায়কজনৰ আচৰিত ক্ষমতাৰ পৰিচয় আজি মই পালোঁ। মোৰ শিক্ষক আৰু ডাঙৰ ডাঙৰ মানুহে বাৰে বাৰে নিষেধ কৰিও মোৰ সঙ্গীত শুনা কামটো বন্ধ কৰিব পৰা নাছিল। আজি মই গান শুনি তৌবাহ কৰিলোঁ (অনুতপ্ত হলোঁ) যে জীৱনত মই আৰু কেতিয়াও গান শুনিম।"

(৭৫)

এদিনাখন বাতি মই আবৰৰ মৰুভূমিৰ মাজেদি গৈ আছিলোঁ। টোপনি ধৰাত মোৰ গোটেইটো শৰীৰ যেন অবশ হৈ পৰিছিল। মই আগুৱাই যাব নোৱাৰা হলোঁ। লগৰীয়াসকলক মই কলোঁ, "মই আৰু যাব নোৱাৰোঁ। মোৰ শৰীৰ একেবাৰে অবশ হৈ পৰিছে। আহা, ইয়াতে আমি অলপ শুই লওঁ।"

লগৰীয়াসকলে কলে, "পৱিত্ৰ এই মৰুভূমি। বিশ্ব মানৱৰ পৱিত্ৰ তীৰ্থস্থান আমাৰ সন্মুখত আছে। এই মৰুভূমিত আমাৰ পিছে পিছে বহুতো ডকাইত ঘূৰি আছে। ইয়াত শুই পৰিলে বিপদ হব আৰু ডকাইতে আমাৰ মাল বস্তুবোৰ লুটি নিব। তুমি শক্তি সঞ্চয় কৰি আগুৱাই বলা।"

সংসাৰ পথৰ যাত্ৰী হেৰা তুমি
নপাৰিবা চলি বাতি কদাচন;
ঘূৰিছে চৌদিশে বহু চক্ৰান্ত
আছে সন্মুখত আনন্দ ভৱন।

- x -

(৭৬)

এদিনাখন এজন লোক মদত অৰস্থাত পৰি আছিল। তাৰ শৰীৰত মুঠেই বল শক্তি নাছিল। এজন দৰবেশে তাক দেখি ঘৃণাতে মুখ ঘূৰালে। তেতিয়া সেই লোকজনে দৰবেশজনক লক্ষ্য কৰি কলে —

পাপীক সমুখে দেখি হেৰা সাধু
নিনিবা ঘূৰাই মুখ খনি তব;
দয়াৰ চকুৰে চোৱাচোন তাক
পালে আশীৰ্ব্বাদ সুপথ সি লব।

তোমাৰ মানত বদিওবা মই
মহত্ত্ব 'মানুহ' ঠিক কথা এই;

তুমিটো ' মানুহ ' মানুহৰ দৰে
কৰা ব্যৱহাৰ, সদাচাৰী হই ।

●

( ৭৭ )

এখন চহৰত কিছুমান বদমাচ লোক আছিল । সিহঁতে এজন দৰবেশৰ লগত ভীষণ শত্ৰুতা কৰিছিল । সিহঁতে তেওঁক নানা ৰকমে গালি পাৰিছিল আৰু মাজে সময়ে মাৰ ধৰো কৰিছিল । বেচেৰা দৰবেশ জনে নিৰুপায় হৈ তেওঁৰ গুৰুক এই সকলোবোৰ অত্যাচাৰৰ কথা জনালে । গুৰুৱে কলে, " বোপা ! তুমি তাৰ বাবে অসন্তুষ্ট নহবা । সকলো অৱস্থাতে সন্তুষ্ট থকাটোহে দৰবেশসকলৰ বিশেষত্ব । যিয়ে আনৰ অত্যাচাৰ উৎপীড়ন সহ্য কৰিব নোৱাৰে তেওঁ ফকিৰী দাবি কৰা উচিত নহয় । দৰবেশী পোছাক পৰিধান কৰাটোও তেওঁৰ পক্ষে হাৰাম ( নিষিদ্ধ )

পোৱা যদি দুখ মনত তোমাৰ
সহিবা নীৰৱে মহান হৃদয় ;
যদি কৰা ক্ষমা শত্ৰুক জনক
আতৰিব পাপ জানিবা নিশ্চয় ।

মাটিৰ মানুহ মাটিত মিলিবা
মাটিতেই হব কবৰ তোমাৰ
মাটিত মিহলি হোৱাৰ আগেয়ে
মাটিৰ স্বভাৱ লবা কৰি সাৰ ।

●

( ৭৮ )

প্ৰকৃত দৰবেশৰ ভিতৰত এইবোৰ গুণ বিশেষকৈ দেখা যায়— তেওঁলোক দিনে ৰাতি খোদাৰ স্মৰণত, খোদাৰ জিকিৰত ( ধ্যানত ) তন্ময় হৈ থাকে । তেওঁলোক সদায় কৃতজ্ঞ, সদায় সন্তুষ্ট । পাৰ্থিৱ আশা, দুৰাশাই তেওঁলোকক বিচলিত কৰিব নোৱাৰে । বিপদ আপদ খোদাৰ দান বুলি ভাবি তেওঁলোকে সেইবোৰ হাঁহি

মুখে সহ্য কৰে। আনৰ অত্যাচাৰ, অবিচাৰ, আদি তেওঁলোকে বুকু পাতি লয়। তেওঁলোকে কেতিয়াও সেইবোৰৰ প্ৰতিশোধ নলয়। তেওঁলোকে সাধ্যানুযায়ী দান দক্ষিণা আদি কৰে। সদায় তেওঁলোকে নিজকে আল্লাৰ ওচৰত অৰ্পণ কৰে। আন কোনো দিনে তেওঁলোকৰ লক্ষ্য নাথাকে। সকলোৱেই তেওঁলোকৰ আচাৰ ব্যৱহাৰত সন্তুষ্ট।

কিন্তু যিসকলে পীৰ দৰবেশ বুলি পৰিচয় দিয়ে, অথচ নামাজ নপঢ়ে, সদায় কুপ্ৰবৃত্তিৰ অনুগত হৈ চলে, গোটেই দিন আমোদ প্ৰমোদৰ মাজেদি কটাই দিয়ে, গোটেই ৰাতি উদাসীন ভাবে শুই থাকি কটায়, সম্মুখত যিহকে পায় হাৰাম হালাল বিচাৰ নকৰি গ্ৰহণ কৰে, মুখলৈ যি আহে চিন্তা নকৰি তাকে কয় সিহঁত প্ৰকৃততে বদ্‌মাচ। সিহঁতে ফকিৰী পোচাক পিন্ধিলেও সিহঁত পাপী বদ্‌মাচৰ বাহিৰে আন একো নহয়?

| | |
|---|---|
| নাই অন্তৰত | আত্ম সংযম |
| মিছাতে লইছা | ফকিৰৰ বেশ; |
| বাহিৰে তোমাৰ | দেখোঁ। মিঠো ৰূপ |
| ভিতৰত তাৰ | নাই কোনো লেশ। |
| সন্তোষৰ কা'বা | আছে যি পথত; |
| লোৱা হেৰা ছাদী | সিপথ বিচাৰি; |
| খোদাৰ পথত | থাকে যদি বাধা |
| ভৰিবে তোমাৰ | পেলাবা মোহাৰি। |
| জগতে সিজন | অতি দুৰ্ভগীয়া |
| যাৰেহি বিজন | ইপথৰ পৰা; |
| কোনো পথকেই | নোৱাৰে সি পাব |
| বদিহে হয় সি | আপোন পাহৰা। |

## তৃতীয় অধ্যায়

### সন্তোষ।

( ৭৯ )

এসময়ত মৰক্কোত এজন ফকিৰ আছিল। এদিনাখন তেওঁ আহি আলেপ্পো চহৰৰ বেপাৰী সকলৰ এখন সভাত উপস্থিত হ'ল। তেওঁ কথা প্ৰসঙ্গত বেপাৰীসকলক লক্ষ্য কৰি কলে, "ধন সম্পদ অধিকাৰীসকল! যদি আপোনালোকৰ বিচাৰ বিবেচনা আৰু আমাৰ সন্তোষ থাকিলে হেতেন তেন্তে জগতত ভিক্ষা বৃত্তি কেতিয়াও নাথাকিলে হেতেন। এইবোৰ নাই কাৰণেই আজি জগতত ভিক্ষা বৃত্তি চলি আছে।

| | |
|---|---|
| হেৰা সন্তোষ | কৰা মোক ধনী |
| তোমাৰ ধনেৰে | এই জগতত; |
| তোমাৰ গুণতে | লোকমান ধনী |
| তব সম জ্ঞান | নাই মৰতত। |

- X -

( ৮০ )

মিছৰ দেশত এজন ডাঙৰ মানুহৰ দুজন পুতেক আছিল। তেওঁলোকৰ এজনে ধন উপাৰ্জ্জনত আৰু আন এজনে বিদ্যা উপাৰ্জনত আত্ম নিয়োগ কৰিছিল। যিজনে ধন উপাৰ্জনত আত্ম নিয়োগ কৰিছিল তেওঁ সময়ত পৈ মিছৰৰ ৰজা হ'ল আৰু যিজনে বিদ্যা উপাৰ্জনত আত্ম নিয়োগ কৰিছিল তেওঁ পিছত পৈ জগবিখ্যাত আলেম ( জ্ঞানী লোক ) হ'ল।

এদিনাখন কথা প্ৰসঙ্গত ধনী ককায়েকজনে আলেম (জ্ঞানী) ভায়েকজনক কলে, "হোৱা ভাইটি! তোমাতকৈ মোৰ জীৱন সাৰ্থক হৈছে। মই মিছৰৰ ৰজা হলোঁ আৰু তুমি দুখীয়া হৈয়ে থাকিলা। ইয়াৰ উত্তৰত সেই দুখীয়া আলেম ভায়েকজনে কলে, " মই আল্লাৰ ওচৰত অশেষ কৃতজ্ঞ যে মই পয়গাম্বৰসকলৰ বিশিষ্ট জ্ঞান ধৰ্মজ্ঞান লাভ কৰিব পাৰিছোঁ, কিন্তু তুমি ফেৰাউন, হামান আদি

ভাওব ভাওব কাফেৰ '(নাস্তিক) সকলৰ উত্তৰাধিকাৰী হৈছা অৰ্থাৎ সিহঁতৰ অধিকৃত মিচৰ দেশ তোমাৰ অধিকাৰলৈ আহিছে।"

হওঁ মই এটি — অতি সৰু কীট
দলিত সবাৰ — চৰণ তলত ;
কোনেও কদাপি — নহয় ব্যথিত
মোৰ বাবে ভাই — এই জগতত ।
মনৰ সন্তোষ — কেনেকৈনো মই
কৰিম প্ৰকাশ — খোদাৰ কাষত ?
ছোৱা কেনে সুখে — আছোঁ মই সদা
নাই অত্যাচাৰ — মোৰ জীৱনত ।

- x -

(৮১)

এসময়ত এজন ফকিৰ আছিল। তেওঁ সদায় ভোকত কাতৰ হৈ আছিল আৰু তেওঁৰ কাপোৰত তালিৰ অন্ত নাছিল। তেওঁৰ নিচিনা এনেকুৱা দুখীয়া লোক প্ৰায় দেখা নৈপোছিল। তেওঁ অনেক সময়ত নিজকে নিজে কৈছিল, —

মাথো কটী আৰু — ফটা কাপোৰেৰে
থাকো মই সদা — প্ৰফুল্লিত হই ;
নহওঁ কদাপি — কাৰো মুখাপেক্ষী
হওঁ ইয়াতেই — চিৰ সুখী মই ।

এজনে তেওঁক এনেকুৱা দুখত পৰা দেখি দয়াদ্ৰ হৈ কলে, "তুমি এইদৰে বহি আছা কিয় ? এই চহৰৰ অমুকজন লোক অতি দানশীল। তেওঁৰ দৰে দানী লোক এই অঞ্চলত নাই। তেওঁ সদায় ফকিৰ আৰু দৰবেশসকলৰ সেৱাৰ কাৰণে সাজু হৈ থাকে। সকলোৱে তেওঁক অন্তৰেৰে সৈতে ভাল পায়। তোমাৰ যেনেকুৱা অৱস্থা তেওঁ যদি জানিব পাৰে নিশ্চয় তেওঁ তোমাৰ দুখ মোচন কৰি নিজকে ধন্য কৰিব।"

ফকিৰে এই কথা শুনি কলে, "তুমি [illegible]

নিজৰ অভাৱ আনক জনোৱাতকৈ অনাহাৰে মৰি যোৱা ভাল।"

আনৰ কাষত হাত পতাতকৈ
নাই হীন কাম জানিবা সবাই;
তাত কৈও ভাল ঘৰে বহি থকা
খোৱা বা নোখোৱা আন একোকেই।

- X -

( ৮২ )

এসময়ত আজম দেশত এজন বাদচাহ আছিল। তেওঁ এজন বিচক্ষণ চিকিৎসকক হজৰত মোহাম্মদ (ছঃ) ৰ ওচৰলৈ পঠালে, যাতে হজৰতৰ অনুচৰ সকলৰ প্ৰয়োজন অনুযায়ী তেওঁ চিকিৎসা কৰে। সেই চিকিৎসকজন কেই বছৰ মান আৰব দেশতে থাকিল; কিন্তু এই সুদীৰ্ঘ কালৰ ভিতৰত কোনেও চিকিৎসাৰ কাৰণে তেওঁৰ ওচৰলৈ নাহিল। তাৰ বাবে তেওঁ বৰ দুখ পালে আৰু এদিনাখন তেওঁ হজৰতৰ ওচৰত অভিযোগ কৰি কলে, "হুজুৰ! আমাৰ বাদচাহে আপোনাৰ অনুচৰ সকলৰ চিকিৎসাৰ কাৰণে মোক পঠাইছিল; কিন্তু এই সুদীৰ্ঘ কালৰ ভিতৰত কোনেও চিকিৎসাৰ কাৰণে মোৰ ওচৰলৈ নাহিল।"

হজৰত মোহাম্মদ (ছঃ) এ কলে, "ইয়াৰ অধিবাসী সকলৰ এটি অভ্যাস আছে যে তেওঁলোকে খুব কম খায় আৰু যেতিয়া লৈকে অত্যন্ত ভোক নালাগে তেতিয়ালৈকে তেওঁলোকে একোকে নাখায়।" চিকিৎসকজনে ক'লে, "এইটোৱেই স্বাস্থ্যৰ মূল কাৰণ।"

তাৰ পিছত সেই চিকিৎসকজনে হজৰতৰ ভৰিত এটি চুমা খাই সসম্মানে তাৰ পৰা নিজ দেশলৈ উভতি গ'ল।

জ্ঞানবান লোকে কথা কয় সি সময়;
যেতিয়া নকলে কথা অপকাৰ হয়।
আগবাঢ়ে খাব লই সেই সময়ত
যেতিয়া পূৰ্ণ ভোক লাগেহি পেটত।

( ৮৩ )

এদিনাখন খোৰাচানৰ দুজন দৰবেশ একেলগে দেশ ভ্ৰমণলৈ ওলাল। তেওঁলোকৰ একজন অতি ক্ষীণ আৰু দুৰ্বল। তেওঁ দুদিনৰ পিছতহে অলপ আহাৰ খায়। আনজন অতি বলবান আৰু হৃষ্ট পুষ্ট। তেওঁ নিতৌ তিনি বাৰকৈ আহাৰ খায়।

এদিনাখন তেওঁলোক গৈ এখন নগৰত প্ৰৱেশ কৰাৰ লগে লগে গুপ্তচৰে সন্দেহ কৰি তেওঁলোকক গ্ৰেপ্তাৰ কৰিলে আৰু বিচাৰৰ কাৰণে এটি কোঠাত বন্ধ কৰি থলে। দুসপ্তাহ পিছত দুৱাৰ মুকলি কৰা দেখা গ'ল যে বলবান আৰু হৃষ্টপুষ্ট দৰবেশজন মৰি গৈছে আৰু সেই ক্ষীণ আৰু দুৰ্বল দৰবেশজন নিৰাপদে বাচি আছে। এইটো দেখি সকলো আচৰিত হ'ল।

একজন জ্ঞানী লোকে ক'লে, "এইটো একো আচৰিত কথা নহয়। কাৰণ সেই মৰি যোৱা লোকজনৰ বেছিকৈ আহাৰ খোৱা অভ্যাস আছিল। অনাহাৰৰ দুখ কষ্ট তেওঁ নাজানিছিল। গতিকে তেওঁৰ মৃত্যু হ'ল। এই জীৱিত থকা লোকজনৰ অনাহাৰে থকা অভ্যাস আছিল। অনাহাৰৰ দুখ কষ্ট তেওঁৰ কাৰণে অসহ্য হোৱা নাই। গতিকে তেওঁ ধৈৰ্য্য ধৰি বাচি আছে।"

বিচাৰৰ প্ৰমান পোৱা গ'ল যে তেওঁলোক নিৰাপৰাধ। গতিকে সেই বাচি থকা দৰবেশজনে নিৰাপদে মুক্তি পালে।



( ৮৪ )

অলপ আহাৰ খায়হি বিজনে
অভাৱত তাৰ একোৱে নহয়;
বেছিকৈ আহাৰ খায়হি যিজনে
অভাৱত তাৰ জীৱন মৰয়।

একজন চুৰীৰ কোনো এখন দোকানত কিছু টকা ধাৰ আছিল। দোকানীয়ে তাৰ বাবে প্ৰত্যেক দিনে তাগিদা দিয়ে আৰু [illegible] অকথ্য ভাষা প্ৰয়োগ কৰে। চুৰী চাহাবে নিৰুপায় হৈ [illegible]

থুব রহাৰ নীৰৱে সহ্য কৰিব লগাত পৰে। তেওঁৰ প্ৰতিকাৰৰ আন কোনো উপায় নাছিল।

এদিনাখন তেওঁৰ এজন বন্ধুৱে এই কথাটো জানিব পাৰি তেওঁক কলে, " তুমি দোকানীক এইদৰে বাৰে বাৰে প্ৰবোধ দি থকাৰ পঠোৱাতকৈ তোমাৰ প্ৰবৃত্তিক প্ৰবোধ দিয়াটো উচিত আছিল।"

ধনী সকলৰ উপকাৰ আশা
ত্যাগ কৰা ভাল, জানিবা নিশ্চয় ;
মাংস খাব লই কৰা যদি আশা
আছে কচাইৰ তাগিদৰ ভয়।

- x

( ৮৫ )

এসময়ত এজন যুৱক তাতাৰৰ যুদ্ধত আহত হৈছিল। এজনে তেওঁক কলে, " অমুক সদাগৰে জখমৰ ভাল ঔষধ জানে। তুমি কলে হয়তো তেওঁ তোমাক কিছু ঔষধ দিব পাৰে। শুনিবলৈ পাইছোঁ লোকটি হেনো বৰ কৃপণ। সেই কাৰণে মানুহে তেওঁৰ বিষয়ে কয়, —

যদি কৃপণৰ অধীনলৈ বেলি
কোনোবা এদিন আহিলে হেতেন ;
অনন্ত কাললৈ কোনেও ধৰাত
দেখিব কিৰণ নাপালে হেতেন।

কথাটো শুনি যুৱক জনে কলে, " তেওঁৰ ওচৰত ঔষধ বিচাৰিলে তেওঁ দিবনে নিদিয়ে সেই বিষয়ে সন্দেহ আছে। দিলেও সেই ঔষধৰ পৰা উপকাৰ পোৱা যাবনে নাযায় তাৰো কোনো নিশ্চয়তা নাই। গতিকে তেনেকুৱা লোকৰ ওচৰত কোনো বস্তু নোখোজাটোৱে ভাল।"

পাৰে বাঢ়িবলৈ হয়তো শৰীৰ
চালে কোনো বস্তু নীচৰ কাষত ;
প্ৰাণ কিন্তু তৰ যাব লক্ষ হই

এইটো বচন বাখিবা মনত ।

সেই কাৰণে জ্ঞানী লোকে কয় যে আত্মসম্মানৰ বিনিময়ত আৰে হায়াতো কিনা উচিত নহয় ।

হাঁহি মুখে যদি দিয়ে কোনোবাই
তিতা নিম ফলো লাগে ভাল মনে ;
কটু মুখে যদি দিয়েছি অমৃতো
তিতা যেন হই দিয়ে দুখ প্ৰাণে ।

- X -

( ৮৬ )

এসময়ত এজন দুখীয়া লোক অত্যন্ত অভাৱত পৰিছিল । তেওঁৰ এজন বন্ধুৱে কলে, "ইয়াত এজন খুব ধনী আৰু দানশীল লোক আছে । তেওঁ জানিব পাৰিলে, মই আশা কৰোঁ, আপোনাৰ অভাৱ দূৰ কৰি দিব ।" দুখীয়া লোকটিয়ে সেই ধনী লোকটিক চিনি নাপায় বুলি কোৱাত বন্ধুজনে তেওঁক লৈ গৈ ধনী লোকটিৰ ওচৰত উপস্থিত হ'ল । দুখীয়া লোকটিয়ে ধনী লোকটিক দেখিয়ে একো খুখুজি উভতি আহিল । বন্ধুজনে কলে, "আপুনি কেনেকুৱা লোক যে আপুনি একো নকৈ উভতি আহিল ?" তেওঁ কলে, "মানুহজনৰ বিৰক্তিপূৰ্ণ বিকৃত মুখখন দেখিয়েই মোৰ ইচ্ছা আঁতৰি গ'ল । মোৰ সাহ নহ'ল ।"

কটু ? ? চিৰ যাৰ তাৰ ওচৰত
নিবেদন কৰা উচিত নহয় ;
হাঁহি মুখ যাৰ তাৰ ওচৰলৈ
যোৱাটোহে তব সমীচীন হয় ।

- X -

( ৮৭ )

হাতেমতাই এজন জগত বিখ্যাত দাতা আৰু উদাৰ প্ৰকৃতিৰ লোক আছিল । এদিনাখন কেইজনমান লোকে তেওঁক সুধিলে, "আপুনি পৃথিৱীত আপোনাতকৈ মহৎ লোক আন কাকোবাক

দেখিছানে ?" তেওঁ উত্তৰ দি কলে, "হয়, তেনেকুৱা এজন লোক অৱশ্যে মই দেখিছোঁ। এদিন মই চল্লিশটা উট কোৰ্বাণী (উচ্ছুগা) কৰিছিলোঁ। আৰবৰ প্ৰধান প্ৰধান বহুতো ধনী লোকৰ সেইদিনা মোৰ ঘৰত আহাৰৰ ব্যৱস্থা কৰা হৈছিল। মই এখন হাবিৰ কাষেদি কিবা এটা কাৰণত গৈ থাকোতে দেখিলোঁ যে এজন কাঠ-বীয়াই হাবিৰ পৰা কাঠ বুটলি আনি এঠাইত জমা কৰি আছে আৰু তেওঁ অনাহাৰে ভোকত অতি ক্লান্ত হৈ আছে। মই তেওঁক কলোঁ, "তুমি হাতেমৰ বিখ্যাত ভোজত কিয় যোগদান কৰা নাই? এই অঞ্চলৰ দেখোন সকলো মানুহেই তালৈ গৈছে।" কাঠবীয়া-টোৱে উত্তৰ দি কলে, "যিয়ে নিজে পৰিশ্ৰম কৰি নিজৰ জীৱি-কাৰ সংস্থান কৰিব পাৰে, হাতেমৰ আতিথ্যৰ সুবিধা গ্ৰহণ কৰি তেওঁৰ ওচৰত কৃতজ্ঞতা বন্ধনত আবদ্ধ থকাটো তাৰ পক্ষে মুঠেই উচিত নহয়।"

যিজনে নিজৰ শ্ৰমে কৰে উপাৰ্জন;
কাৰো অনুগ্ৰহ তেওঁ নকৰে গ্ৰহণ।

( ৮৮ )

হজৰত মুছা (আঃ) আছিল এজন ডাঙৰ পয়গাম্বৰ। এদি-নাখন তেওঁ এজন ফকিৰক অনাহাৰে উলঙ্গ অৱস্থাত মৰুভূমিত পৰি থকা দেখা পালে। লাজ নিবাৰণৰ কাৰণে তাৰ শৰীৰৰ আধা অংশ মৰুভূমিৰ বালিৰে সি ঢাকি ৰাখিছিল। সি হজৰত মুছা (আঃ)ৰ পিনে চাই কাতৰ কণ্ঠে কলে, "হুজুৰ! আপুনি মোৰ কাৰণে আল্লাৰ ওচৰত দোৱা (প্ৰাৰ্থনা) কৰক, তেওঁ যেন মোৰ এই দাৰুণ দুৰ্গতি দূৰ কৰে। চাওক, মই অনাহাৰে উলঙ্গ অৱস্থাত কিদৰে মৰণাপন্ন হৈ ইয়াত পৰি আছোঁ।" ফকিৰৰ এনেকুৱা দুৰাৱস্থা দেখি তেওঁৰ দয়া হ'ল। তেওঁ আল্লাৰ ওচৰত হাত উঠাই দোৱা (প্ৰাৰ্থনা) কৰিলে আৰু কাৰ্যত ভাতি পৰিল।

কেইদিনমান পিছত হজৰত মুছা (আঃ) আৰু সেই ৰাষ্ট্ৰৈদি উভতি আহিল। তেওঁ দেখিলে যে ঠাইত বহুত মানুহ জমা হৈছে। তেওঁ তাতে আগবাঢ়ি গৈ দেখিলে যে এজন লোক বন্দী অৱস্থাত আৰু মানুহবিলাকে তাক চাই আছে। তেওঁ ভালদৰে চাই চিনি পালে যে এই বন্দীজন আছিল সেইজন ব্যক্তি, যাৰ বাবে তেওঁ কেইদিন মান আগেয়ে দোৱা কৰিছিল।

তেওঁ "কি হৈছে" বুলি সোধাত মানুহ বিলাকে কলে, "এই লোকটিৰ বিৰুদ্ধে তিনিটা অভিযোগ আছে — সি মদ খাইছে, মৰামৰি কৰিছে আৰু এজন মানুহক হত্যা কৰিছে। সেই হত্যাৰ অপৰাধৰ বাবে এই চহৰৰ কাজীয়ে (বিচাৰকে) তাৰ প্ৰাণ-দণ্ডৰ আদেশ দিছে।" হজৰত মুছা [আঃ] এ এইটো শুনি এটা দীঘল হুমুনিয়াহ কাঢ়িলে। তেওঁ বুজিলে যে কোনো নীচ প্ৰকৃতিৰ লোকৰ হাতলৈ ক্ষমতা আহিলে সি এইদৰে ক্ষমতাৰ অপচয় কৰে।

মেকুৰীৰ যদি উৰি ফুৰিবলৈ
শৰীৰত পাখি থাকিলে হেঁতেন ;
ধৰণী বুকুত চৰাইৰ বংশ
দেখিবলৈ পোৱা নগল হেঁতেন।

নিৰীহ গৰুৰ শিং দুটি যদি
গাধৰ মূৰত পালেহি হেঁতেন ;
লহি তাৰ সেই শিঙৰ খোঁচনি
জগতত প্ৰাণী নবল হেঁতেন।

পিপৰাৰ পাখি থকিলে জেনেকৈ
হয় তাৰ সেয়ে মৃত্যুৰ কাৰণ ;
খোদায়ে তোমাক কৰা নাই ধনী
হয় যাতে তৰ মঙ্গল সাধন।

( ৮৯ )

এসময়ত এজন মানুহে বহুল মৰুভূমিৰ মাজত পথ হেৰুৱাইছিল। তেওঁৰ লগত কোনো খোৱা বস্তু নাছিল। বেচেৰা লোকটিয়ে অনেক চেষ্টা কৰিও কোনো ৰকমেই পথৰ সন্ধান নাপালে। তেওঁৰ লগত বহুতো সোণৰ মুদ্ৰা আছিল; কিন্তু সেই নিৰ্জ্জন মৰুভূমিত সেইবোৰ কোনো কামত নালাগিল। অৱশেষত নিৰুপায় অৱস্থাত সেই দুৰ্ভগীয়া লোকটিৰ তাতে মৃত্যু হ'ল। মৃত্যুৰ সময়ত সেই সোণৰ মুদ্ৰাবোৰ তেওঁৰ মূৰৰ কাষত ৰাখি আঙুলিৰে বালিৰ ওপৰত এইদৰে লিখি থৈ গৈছিল।

প্ৰচুৰ সোণৰ মুদ্ৰা থাকিলেও
উদৰৰ ক্ষুধা নহয় আঁতৰ;
মণি মুকুতাৰ নাই আকৰ্ষণ
দগ্ধ হৃদয়ত মৰু পথিকৰ।

●

( ৯০ )

এদিনাখন মোৰ মনত বৰ দুখ লাগিছিল। তেনেকুৱা দুখ মোৰ কোনো দিন হোৱা নাই। ঘটনাক্ৰমে মোৰ ভৰিত সেই দিনাখন জোতা নাছিল। মোৰ চিন্তা হৈছিল যে খালি ভৰিৰে ইমান দূৰ পথ মই কেনেকৈ যাম। মনৰ দুখেৰে মই কুফাৰ মছজিদলৈ নামাজ পঢ়িবলৈ গলোঁ। তালৈ গৈ দেখিলোঁ যে এজন মানুহৰ ভৰি নাই। এইটো দেখি মই আল্লাৰ ওচৰত অশেষ কৃতজ্ঞতা প্ৰকাশ কৰি কলোঁ "মোৰ জোতা নাই বাবে মনত দুখ কৰিছোঁ; কিন্তু বেচেৰা এই দুৰ্ভগীয়া লোকটিৰ দেখোন ভৰি নাই। তাৰ অৱস্থাতকৈ মোৰ অৱস্থা দেখোন বহুত ভাল।" তাৰ পিছত জোতাৰ চিন্তা মোৰ মনৰ পৰা আঁতৰি গ'ল। মই নিজকে নিজে সুখী বুলি অনুভৱ কৰিলোঁ।

পোলাও কোৰ্মা খাই কেতিয়াও
নাপায় তৃপ্তি সুখ ক্ষুধাহীন জনে;

দিলে শাক ভাত | ক্ষুধাতুৰ জনক
খায় তেওঁ অতি | হৰষিত মনে ।



[ ৯১ ]

এদিনাখন এজন বাদচাহ কেইজনমান ৰাজ পৰিষদৰ লগত চিকাৰলৈ গৈছিল। ৰাজধানীৰ পৰা বহুত দূৰ যোৱাত এঠাইত তেওঁলোকৰ ৰাতি হ'ল। তেতিয়া শীত কাল আছিল। বাদ-চাহে ওচৰতে এটি ঘৰ দেখি পাৰিষদ কেইজনক কলে, "বৰ জাৰ লাগিছে। বলা, আমি সেই ঘৰটো লৈ গৈ ৰাতিটো কটাই দিওঁ। জাৰ কিছু উপশম হব।"

এজন উজিৰে কলে, "হুজুৰ! আপোনাৰ নিচিনা মহা পৰাক্ৰমী বাদচাহ এজনে এটা সামান্য গাওঁলীয়া মানুহৰ ঘৰত থকাটো উচিত নহব। হুজুৰৰ মান সন্মান হানী হব। আমি ইয়াতে তম্বু টানি জুই একুৰা জলাই থাকিলে জাৰ উপশম হব।"

ইতিমধ্যে সেই ঘৰটোৰ মালিকজনে কেনেবাকৈ জানিব পাৰিলে যে তেওঁলোকৰ বাদচাহ ঘটনাক্ৰমে আহি তেওঁৰ ঘৰৰ ওচৰত উপস্থিত হৈছে। তেওঁ অতি অলপ সময়ৰ ভিতৰতে খোৱা লোৱাৰ ব্যৱস্থা কৰিলে আৰু যথোচিত ৰাজ সম্ভাষণ জনাই বাদ-চাহ আৰু তেওঁৰ পাৰিষদ কেইজনক নিজৰ ঘৰলৈ লৈ আহিল।

পিছদিনাখন ৰাতি পুৱা বাদচাহে ঘৰৰ মালিক জনক বহুতো মূল্য-বান উপহাৰ দি নিজৰ ৰাজধানীলৈ উভতি আহিল। বাদচাহ উভতি অহাত ঘৰৰ মালিকজনে তেওঁৰ পিছে পিছে বহুতো দূৰলৈ আহিছিল আৰু অতি আনন্দেৰে এই কবিতাটি উচ্চস্বৰে পঢ়িছিল।

দয়া কৰি আহি | দুখীয়াৰ ঘৰে
কৰিলাহি ধন্য | চিৰ দিন লৈ;
কমা নাই তব | গৌৰৱ মহিমা
বাঢ়িলহে আৰু | বদান্যতা হৈ ।

[ ৯২ ]

কেহ নামেৰে এখন ঠাইত এজন ডাঙৰ সদাগৰ আছিল। তেওঁৰ লগত মোৰ বেচ ঘনিষ্ঠতা জন্মিছিল। তেওঁৰ অজস্ৰ ধন সম্পদ আছিল। তেওঁৰ বাণিজ্যৰ বস্তুবোৰ দেৰশটা উটৰ ওপৰত বোজাই দি দেশ বিদেশলৈ তেওঁ লৈ গৈছিল। চল্লিশজন (লগুৱা) সদায় তেওঁৰ সেৱাত নিযুক্ত আছিল।

এদিনাখন তেওঁ মোক তেওঁৰ শিবিৰলৈ নিমন্ত্ৰণ কৰি লৈ গৈছিল। ওৰে ৰাতি তেওঁ বিশ্ৰাম কৰা নাছিল আৰু মোকো বিশ্ৰাম কৰিবলৈ দিয়া নাছিল। ক্ৰমাগত কথাবোৰ কৈ কৈ মোক একেবাৰেই বিৰক্ত কৰি তুলিছিল। তেওঁ তেনেকুৱা ভাবে কথাবোৰ কৈছিল, "মোৰ অমুক অমুক মাল বস্তু তুৰ্কিস্থানত আৰু অমুক অমুক মাল বস্তু হিন্দুস্থানত আছে। মই পাৰস্যৰ পৰা গন্ধক কিনি নি চীন দেশত বিকিম। শুনিছোঁ চীন দেশত হেনো গন্ধকৰ মূল্য খুব বেছি। তেতিয়া মোৰ বহুতো লাভ হব। তাৰ পিছত মই চীনৰ পৰা বাচন নি ৰোমত, ৰোমৰ পৰা সুন্দৰ সুন্দৰ বস্তুবোৰ নি ভাৰতবৰ্ষত, ভাৰতবৰ্ষৰ পৰা লো আৰু ইস্পাত নি আলেপ্পোত, আলেপ্পোৰ পৰা সীহ নি ইমন দেশত আৰু ইমন দেশৰ পৰা চাদৰ নি পাৰস্যত বিকিম। তাৰ পিছত দেশে দেশে এইদৰে ঘূৰি ফুৰাটো বাদ দি ইয়াতে এখনি ডাঙৰ দোকান দি বহিম। তেতিয়াহে মনটোৱে সন্তোষ লভিব।"

এইদৰে কথা কৈ যেতিয়া তেওঁৰ ভাগৰ লাগিল তেওঁ মোক কলে, "ছাদী! তুমিও কিছু কথা কোৱা চোন।" মই ইমান সময় অত্যন্ত ধৈৰ্য্যেৰে নৈতে তেওঁৰ কথা শুনি আছিলোঁ আৰু মাজে মাজে তেওঁৰ কথাত হুকাৰ ধৰিছিলোঁ। অৱশেষত তেওঁৰ অনুৰোধত মই কলোঁ —

শুনা নাই জানো সেই মানুহ প্ৰধান;
পৰিল উটৰ পৰা উঠি গলা প্ৰাণ;
কলে শেষ বাণী তাৰ অতি আক্ষেপত;
নাই সুখ সন্তোষ এই জগতত।

সন্তোষ বিচাৰি খায় হাৰাথুৰি নৰে ,
পাযহি সন্তোষ মাথো মাটিৰ কবৰে ।

×

( ৯৬

এসময়ত পাৰস্যত এজন সৰ ধনী লোক আছিল । দান-শীলতাৰ কাৰণে হাতেমতাই যেনেকুৱা বিখ্যাত আছিল কৃপণতাৰ কাৰণেও এই ধনী লোক জন তেনেকুৱা বিখ্যাত আছিল । বাহিৰত দেখিবলৈ তেওঁ অত্যন্ত ধনী । কোনো বস্তুৰেই তেওঁক অভাৱ নাই । কিন্তু তেওঁৰ অন্তৰ আছিল অতি ক্ষুদ্ৰ আৰু কৃপণ । তেওঁৰ সন্মুখত যদি কোনোবা লোক অনাহাৰে মৰিও যায় তেওঁ তাক এটুকুৰা কণীও খাবলৈ নিদিয়ে । আনকি ভিক্ষাৰীকো তেওঁ এমুঠি অন্ন নিদিয়ে ।

এদিনাখন সেই কৃপন লোকটি মৰক্কোৰ সমুদ্ৰ পথেদি মিচৰলৈ গৈ আছিল । হঠাতে সমুদ্ৰত ভীষণ তুফান উঠিল । তেওঁ যোৱা জাহাজখন ডুবি গল আৰু সেই কৃপণ লোকটি কেবাজনৰ দৰে সমুদ্ৰৰ মাজত ডুবি মৰিল । তেওঁ প্ৰাণ ৰক্ষাৰ কাৰণে আল্লাৰ ওচৰত বহুত খাটিলে, কিন্তু আল্লাৰ দৰবাৰত তেওঁৰ প্ৰাৰ্থনা মঞ্জুৰ নহ'ল । কাৰণ, আন সময়ত খোদাক পাহৰি থাকি কেৱল বিপদৰ সময়ত তেওঁক খাটিলে কোনো ফল নহয় ।

সেই কৃপণ লোকটিৰ এজন উত্তৰাধিকাৰী আছিল । কৃপণ লোকটিৰ মৃত্যুৰ পিছত সেই উত্তৰাধিকাৰী জন দেশত তেওঁৰ এৰি যোৱা ধন সম্পত্তিৰ দ্বাৰা এজন গণ্যমান্য ধনী লোক বুলি পৰিগণিত হ'ল । তেওঁৰ পুৰণি পোছাকৰ ঠাইত সুন্দৰ নতুন পোছাকে শৰীৰত শোভা পালে । সকলো দিনে তেওঁৰ চাল-চলন পৰিবৰ্তন হ'ল ।

সেই সপ্তাহতে মই দেখিলো যে তেওঁ এটি আৰবী জাত ঘোঁৰাৰ ওপৰত উঠি কৰবালৈ গৈ আছে । সুন্দৰ চাবুক ... আছে । তেওঁৰ লগত আগৰ পৰাই মোৰ পৰিচয় আছিল । গতিকে মই বেগাই গৈ তেওঁৰ হাতত ধৰি কলোঁ

যি ধন দৌলত দিছেহি খোদাই
কৰা তাৰ তুমি সৎ ব্যৱহাৰ,
অভাগাই চোৱা সাঁচিছিল ধন
কোনো কামতেই নালাগিল তাৰ।

×

(৯৪)

এদিনাখন এজন কুৎসিৎ চেহেৰাৰ লোকে এটি আৰবী ঘোঁৰাৰ ওপৰত, ধুনীয়া পোছাক পিন্ধি অতি জাকজমকেৰে গৈ আছিল। মোৰ এজন বন্ধুৱে তাৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষণ কৰি কলে, "চাদী! সেই মানুহজনক তুমি কেনেকুৱা দেখিছা?" মই কলোঁ, "এটি সুঠাম সুন্দৰ চেহেৰা সহস্ৰ ধুনীয়া পোছাকতকৈ বেছি মনোৰম।"

গুণী জ্ঞানী জন হলেও দুখীয়া
থাকে সদা তাৰ উন্নত হৃদয়,
সোণৰ পাগুৰি থাকিলে পশুৰ
মানুহৰ লগে তুলনা নহয়।

×

( ৯৫ )

এসময়ত এজন বৰ শক্তিশালী যুৱক পাহলোৱান আছিল। তাৰ শৰীৰত হাতীৰ সমান শক্তি আছিল, কিন্তু তাৰ জ্ঞান বুদ্ধি সেই নাছিল। সি বৰ দুখত পৰিল। অভাৱৰ তীব্ৰ যাতনা সহ্য কৰিব নোৱাৰি সি বিদেশ ভ্ৰমণৰ বাবে পিতাকৰ ওচৰত অনুমতি বিচাৰিলে। পিতাকে কলে, "বোপা! পাঁচটা শ্ৰেণীৰ লোকেহে বিদেশ ভ্ৰমণত লাভৱান হব পাৰে:— (১) যাৰ যথেষ্ট ধন সম্পদ আছে (২) যাৰ যথেষ্ট বিদ্যা আছে (৩) যিজন লোক সৌন্দৰ্য্য-শালী (৪) যাৰ কণ্ঠস্বৰ মধুৰ (৫) যিয়ে অৰ্থকাৰী বিদ্যা শিকি লৈছে।

এই পাঁচটা গুণৰ ভিতৰত যুৱক পাহলোৱানটিৰ এটা গুণো নাছিল। তথাপি সি ভাবিলে যে ধূপ জুইত দিলেহে ইয়াৰ সুগন্ধ ওলায়। বিদেশ ভ্ৰমণৰ দুখ কষ্টৰ মাজেদিহে তাৰ ক্ষমতা আৰু প্ৰতিভাৰ বিকাশ সাধন হ'ব। এই বুলি ভাবি সি বিদেশ ভ্ৰমণলৈ গ'ল।

পিতাকে কোৱা সেই পাঁচটা গুণ নথকাৰ কাৰণে যুৱক পাহলোৱানটিয়ে বিদেশত বৰ কষ্ট পালে। ভোক পিয়াহত তাৰ প্ৰাণ যাব লগীয়া হ'ল। তেতিয়া সি বহি বহি মনৰ দুখতে গাবলৈ ধৰিলে,

কৰা নাই বিদেশত ভ্ৰমণ যিজনে;
বিদেশীৰ দুখ কষ্ট নুবুজে সিজনে।
মৰুদেশে আজি মই অকলশৰীয়া,
ভোক পিয়াহত মোৰ নিৰুপায় হিয়া।

ঘটনাক্ৰমে এদিনাখন সেই দেশৰ বাদচাহ জন সেই বাটেদি চিকাৰ কৰিবলৈ আহিল। যুৱক পাহলোৱানটিৰ এই গানটি শুনি আৰু বাঁৰোচিত সুঠাম সুদীৰ্ঘ শৰীৰটো দেখি তাৰ প্ৰতি তেওঁৰ অন্তৰত কৰুণা উপজিল। তেওঁ তাৰ জীৱনৰ সকলোবোৰ দুখ কষ্ট শুনি তাক প্ৰচুৰ ধন সম্পদ, সাজ-পোছাক আদি দান কৰিলে আৰু তাক ঘৰলৈ পঠাই দিলে।

বহুত দিনৰ পিছত পিতাকে তাক দেখি বৰ আনন্দিত হ'ল। বিদেশত তাৰ যিবোৰ ঘটনা ঘটিছিল আৰু কেনেকুৱা দুখ কষ্ট পাইছিল সি আটাইবোৰ পিতাকক কলে। লগতে তাৰ দুৰৱস্থা দেখি বাদচাহে কি দৰে প্ৰচুৰ ধন সম্পদ, সাজ পোছাক, আদি দিছিল সেইবোৰা সি বৰ্ণনা কৰিলে।

পিতাকে কলে যে এনেকুৱা ঘটনা খুব কম লোকৰহে ঘটে। ইয়াত তাৰ কোনো বাহাদুৰী নাই।

( ৯৬ )

এসময়ত পাৰস্য দেশত এজন বাদচাহ আছিল। তেওঁৰ এটি বহুমূলীয়া পাথৰ খটোৱা আঙুঠি আছিল। এদিনাখন বাদচাহে এই আঙুঠিটো ৰাজ প্ৰাসাদৰ এটি গম্বুজৰ ওপৰত থৈ ঘোষণা কৰিলে যে যিয়ে এই আঙুঠিটোৰ ভিতৰেদি তীৰ সুমাব পাৰিব সিয়ে এই আঙুঠিটো পাব।

বাদচাহৰ অধীনত থকা চাৰিশ জন বিশিষ্ট তীৰ ধাৰীয়ে সেই প্ৰতিযোগিতাত অংশ গ্ৰহন কৰিলে। কিন্তু তেওঁলোকৰ এজনো কৃতকাৰ্য্য নহল। এনেতে এটি লৰাই খেলাৰ চলেৰে এডাল তীৰ আঙুঠিটোলৈ মাৰি পঠালে। বতাহে তীৰ ডাল নি আঙুঠিটোৰ ভিতৰত সুমুৱাই দিলে। লোকে চাৰিও ফালৰ পৰা লৰাটিক ধন্যবাদ জনালে। বাদচাহে লৰাটিৰ দক্ষতাত সন্তুষ্ট হৈ আঙুঠিটো আৰু প্ৰচুৰ ধন বস্তু আৰু মূল্যবান পোছাক পৰিচ্ছদ তাক উপহাৰ দিলে।

লৰাটিয়ে ঘৰলৈ আহি সেই দিনাই তাৰ তীৰ আৰু ধনু জুইত পুৰি পেলালে। মানুহবিলাকে তাক ইয়াৰ কাৰণ সুধিলত সি কলে যে তাৰ সেই দিনৰ সাফল্য আৰু গৌৰৱ তাৰ এই কামটোৰ দ্বাৰা চিৰদিনলৈ অক্ষুন্ন থাকিব।

জ্ঞানীৰো হঠাতে — হয় এনেকুৱা
যিটো কাম তেওঁ — কৰিব নোৱাৰে,
অবোধ লৰায়ো — ততালিকে তাক
খেলাৰ ছলেৰে — সমাপন কৰে।

×

( ৯৭ )

এজন দৰবেশ গুহাত বাস কৰিছিল। তেওঁ সংসাৰৰ সকলো বস্তু এৰি তাত নিৰ্জনে আল্লাৰ উপাসনা কৰি আছিল। ধনী আৰু বৰো বাদচাহ সকলক তেওঁ মুঠেই গ্ৰাহ্য কৰা নাছিল।

যদিহে এবাৰ জীৱন কালত
হয়হি মুকলি ভিক্ষাৰ দুৱাৰ ;
কেতিয়াও শেষ নহব ধৰাত
মৰণ অৱধি অভাৱ তোমাৰ ।

সেই অঞ্চলৰ বাদচাহজন অতি মহৎ আৰু উদাৰ প্ৰকৃতিৰ লোক আছিল । এদিনাখন তেওঁ সেই দৰবেশজনৰ ওচৰলৈ এই বুলি নিমন্ত্ৰণ পঠালে । "হুজুৰ আপোনাৰ নিচিনা মহৎ আৰু সাধু পুৰুষ এই অঞ্চলত নাই । মোৰ বিশেষ আগ্ৰহ যে এদিন আমাৰ লগত একেলগে পানাহাৰ কৰি আপুনি আমাক কৃতাৰ্থ কৰিব । বিশেষ আপত্তিৰ কাৰণ নাথাকিলে নিমন্ত্ৰণ গ্ৰহণ কৰাটো মহা পুৰুষৰ নীতি, নকৰিলে পাপ হয় ।" বাদচাহৰ আগ্ৰহ দেখি দৰবেশে নিমন্ত্ৰণ গ্ৰহণ কৰিলে আৰু ৰাজ দৰবাৰলৈ গৈ বাদচাহৰ লগত একেলগে পানাহাৰ কৰিলে ।

কেই দিনমান পিছত এদিনাখন বাদচাহ দৰবেশৰ ওচৰলৈ গ'ল । দৰবেশে তেওঁক দেখি নিজৰ আসনৰ পৰা উঠি বাদচাহক অভ্যৰ্থনা জনালে আৰু তেওঁক আলিঙ্গন কৰি বহুৱালে । তাৰ পিছত তেওঁ বাদচাহৰ লগত অতি ভদ্ৰ আৰু নম্ৰ ভাবে কিছু কথাবাৰ্ত্তা পাতিলে । বাদচাহ যেতিয়া তাৰ পৰা গ'ল দৰবেশৰ এজন লগৰীয়াই তেওঁক সুধিলে, "আজি আপুনি বাদচাহৰ লগত যিদৰে ভদ্ৰ আৰু নম্ৰ ব্যৱহাৰ কৰিলে সেইদৰে ব্যৱহাৰ কৰা দেখোন আমি আগেয়ে আপোনাক দেখা নাই । এইটো দেখোন আপোনাৰ প্ৰকৃতি বিৰুদ্ধ কাম ।" দৰবেশে উত্তৰ দি কলে, "তুমি জানো জ্ঞানীলোকে এইদৰে কোৱা শুনা নাই । —

যাৰ লগে এক দিন কৰা খোৱা লোৱা ;
কৰিবা আদৰ তাক যদি লগ পোৱা ।



# ৪-র্থ অধ্যায়।

## নীৰৱতাৰ উপকাৰ ।

[ ৯৮ ]

এবাৰ এজন বেপাৰীৰ এহাজাৰ টকা তেওঁৰ বেপাৰত লোক-চান হ'ল। তেওঁ তেওঁৰ পুতেকক কলে, "এইটো কথা তুমি কাকো নকবা।" পুতেকে কলে, "আপোনাৰ আদেশ মই নিশ্চয় পালন কৰিম। কিন্তু দয়া কৰি মোক কওকচোন ইয়াৰ পৰা আমাৰ কি উপকাৰ হব?" পিতাকে কলে, উপকাৰ এইটোৱে হব যে আমি আমাৰ মনত দুগুণ কষ্ট ভোক কৰিবলগীয়া নহম এটা হ'ল টকাৰ শোক আৰু আনটো হ'ল লোকৰ সাহস।"

নিজৰ দুখৰ কথা নকবা আনক;
নিদিবা মিছাতে দুখ তোমাৰ মনক ।

●

( ৯৯ )

এসময়ত জালেনুছ নামেৰে এজন ডাঙৰ পণ্ডিত আছিল। এদিন তেওঁ দেখিলে যে এজন মূৰ্খলোকে এজন জ্ঞানী লোকক বৰকৈ অপমান কৰিছে। এইটো দেখি তেওঁ কলে, "এই মানুহ জন জ্ঞানী হলে এজন মূৰ্খৰ হাতত এইদৰে লাঞ্ছিত নহ'ল হেতেন।

দুইজন জ্ঞানী হলে কাজিয়া নহয়;
জ্ঞানীয়ে টান কথা মূৰ্খক নকয় ।
জ্ঞানীয়ে যদি দেখে ভুল মূৰ্খৰ ।
হাঁহি মুখে ৰক্ষা কৰে সন্মান নিজৰ;

●

[ ১০০ ]

এসময়ত এজন বৰ জ্ঞানী লোক আছিল। তেওঁ এই বুলি কোৱা মই শুনিছোঁ, "কোনেও নিজৰ দোষ নিজে স্বীকাৰ নকৰে; কিন্তু সেইজনে স্বীকাৰ কৰে,, যিয়ে আনৰ কথা শেষ নোহো-ৱাতেই নিজে কথা কবলৈ আৰম্ভ কৰে।"

কথাৰ আৰম্ভ আছে শেষ আছে তাৰ ;
জ্ঞানীয়ে নকয় কথা ভিতৰে কথাৰ।

—

[ ১০১ ]

চুলতান মাহ্‌মুদৰ হোছনে ময়মন্দী নামেৰে এজন বিশ্বাসী সভাসদ আছিল। এদিনাখন চুলতানে সেই সভাসদজনক মতাই নি গোপনে এটি বিষয়ৰ আলোচনা কৰিছিল। সভাসদ জনৰ কেইজন মান বন্ধুৱে তেওঁক সুধিলে, বাদচাহে আজি আপোনাৰ লগত কি আলোচনা কৰিলে ?" হোছনে ময়মন্দীয়ে কলে, "আপোনালে'কে বাদচাহক সুধিব। তেওঁ আপোনালোকক ভালকৈ বুজাই কব।" তেওঁলোকে কলে, "আপোনাক বিশ্বাস কৰি তেওঁ যিবোৰ কথা কৈছে আমাক তেওঁ নিশ্চয় সেইবোৰ নকব।" হোছনে ময়ন্দীয়ে কলে, "সেইটো বিশ্বাসেই মোক কৈছে যে মই আন কাকো নকম। গতিকে আপোলোকে মোক এই খকাটো কিয় সুধিছে ?"

মুখত যি আহে কোৱা উচিত নহয় ;
জ্ঞানীৰ লক্ষণ ইটো জানিবা নিশ্চয়।
ৰজাৰ গোপন কথা কৰিলে প্ৰকাশ ;
হেৰুৱাব পাৰা মুৰ কৰিবা বিশ্বাস।

: — :

( ১০২ )

এবাৰ মই এটা ঘৰ কিনিবলৈ সঙ্কল্প কৰিছিলোঁ। ঘৰটিৰ মালিকৰ লগত মোৰ কথা বাৰ্ত্তা চলি আছে, এনেতে এজন ইহুদী আহি মোক কবলৈ ধৰিলে, "এই ঘৰটি বৰ ভাল । ইয়াৰ ওচৰতে মই থাকোঁ । এইটিৰ বিষয়ে সকলো কথা আপুনি মোক সোধক। মই ভালদৰে জানোঁ যে ইয়াৰ কোনো দোষ ত্রুটি নাই। এনেকুৱা এটি ভাল ঘৰ এই অঞ্চলত আপুনি ক'তো নাপাব ।" মই তেওঁৰ কথাত বিৰক্ত হৈ কলোঁ, আপুনি কথাটো ঠিকেই কৈছে। পিছে মই হলে এই ঘৰটিৰ এটি দোষ দেখিছোঁ; সেইটো এই যে আপোনাৰ নিচিনা এজন লোক এই ঘৰটিৰ ওচৰত বাস কৰে । "

তুমি প্রতিবেশী বুলি আনে পালে গম;
হব ঘৰটিৰ দাম দহ টকা কম ।
তোমাৰ মৰণান্তে বাঢ়িবহি দাম;
তিয়া হবগৈ পাৰে হাজাৰ দেৰাম ।

- + -

( ১০৩ )

এদিনাখন এজন কবিয়ে ডকাইতৰ চৰ্দাৰ এজনৰ ওচৰলৈ গৈ নানা প্রকাৰ কবিতা ছন্দেৰে তাৰ গুণ কীৰ্ত্তন কৰিবলৈ ধৰিলে । তেওঁ আশা কৰিছিল যে সেই চৰ্দাৰ জনৰ পৰা তেওঁ কিছু উপহাৰ পাব । চৰ্দাৰে হুকুম দিলে, "ইয়াৰ গাৰ পৰা পোছাকটি কাঢ়ি লৈ ইয়াক উলিয়াই দিয়া।" কাৰণ, চোৰ ডকাইতে কবিতা ছন্দ আদিৰ কি মূল্য বুজে ?

বেচেৰা কবি জন খালি গায়ে জাৰত কঁপি কঁপি ৰাস্তালৈ ওলাই আহিল । তেওঁৰ এই দুৰৱস্থা দেখি ৰাস্তাৰ কুকুৰবোৰে ভুকিবলৈ ধৰিলে । তেওঁ মাটিৰ পৰা পাথৰ তুলি লৈ কুকুৰবোৰ খেদিবলৈ চেষ্টা কৰিলে ; কিন্তু এটি পাথৰ তেওঁ মাটিৰ পৰা উঠাব নোৱাৰিলে।

কাৰণ, বৰফ পৰি পাথৰবোৰ মাটিত পোত গৈছিল । বেচেৰা কবিয়ে নিৰুপায় হৈ কলে, " ইহঁত কেনেকুৱা ভীষণ লোক । কুকুৰবোৰ এৰি দিছে আৰু পাথৰবোৰ মাটিত বান্ধি ৰাখিছে । "

চৰ্দাৰে কবিৰ এই দশা দেখি হাঁহিবলৈ ধৰিলে । সি তেওঁক মাতি নি কলে, " হেৰা মানুহজন ! তোমাক কি লাগে মোক খোজা । " কবিয়ে কলে, " যদি দয়া হয়, মোৰ পোছাকটি মোক ঘুৰাই দিয়ক । আপোনাৰ পৰা সেইখিনি পালেই মোৰ সৌভাগ্য বুলি ধৰি লম । "

তোমাৰ হাতত কত উপহাৰ ।
পাম বুলি আশা কৰিছিলোঁ মই ;
যাওক উপহাৰ ক্ষতি নহলেই
বাচি যাম হেৰা অৱশেষে গই ।

কবিৰ অনুৰোধ শুনি চৰ্দাৰৰ অন্তৰত দয়া উপজিল । সি কবিক কিছু বস্ত্ৰ আৰু অৰ্থ প্ৰদান কৰি পোছাকটি ঘুৰাই দিবলৈ আদেশ দিলে ।

— x —

[ ১০৪ ]

এসময়ত এটা মছজিদত এজন ইমাম ( পুৰোহিত ) আছিল । তেওঁৰ কণ্ঠস্বৰ বৰ কৰ্কশ আছিল । তেওঁ ইমান উচ্চ স্বৰে খোৎবা পাঠ কৰিছিল ( ভাষণ দিছিল ) যে শ্ৰোতাসকলে শুনি বৰ বিৰক্ত হৈছিল । কিন্তু সকলোৱে তেওঁক বিশেষ সন্মান কৰে বুলিয়ে সেই কথাটো তেওঁক জনাবলৈ তেওঁলোক সঙ্কুচিত হৈছিল ।

সেই অঞ্চলৰে আন এটা মছজিদৰ এজন ইমামে ( পুৰোহিতে ) তেওঁক সুদৃষ্টিৰে চোৱা নাছিল । তেওঁ এদিন আহি সেই কৰ্কশ ভাষী ইমাম জনক কলে, " আজি বাজি মই আপো-

নাক সপোনত দেখিলোঁ । আশা কৰোঁ ইয়াৰ ফল মঙ্গলজনক হ'ব । দেখিলোঁ, আপোনাৰ কণ্ঠস্বৰ অতি মধুৰ হৈছে আৰু শ্ৰোতাসকলে এইটো শুনি আনন্দ পাইছে । ”

এইটো কথা শুনি প্ৰথম ইমাম জনে দ্বিতীয় ইমামজনক ক'লে, “ আল্লাই আপোনাৰ মঙ্গল কৰক । আপুনি সচাঁকৈয়ে বৰ ভাল সপোন দেখিলে । এই সপোনটোৰ পৰা মই মোৰ দোষ বুজি পালোঁ । মই বুজিলোঁ যে সকলোয়ে মোৰ কণ্ঠস্বৰত বিৰক্ত হৈছে । এনেকুৱা কৰ্কশ কণ্ঠস্বৰ কোনেও ভাল নাপায় । এতিয়াৰ পৰা মই সুমধুৰ কণ্ঠস্বৰেৰে খোৎবা পঢ়িম ( ভাষণ দিম ) আৰু সদায় সাৱধান হৈ চলিম । ”

মোৰ ভিতৰত আছে যত দোষ
নপৰে কদাপি বন্ধুৰ নয়নে ;
দোষ ত্ৰুটি মোৰ হয় অৱসান
হওঁ সংশোধিত শত্ৰুৰ কাৰণে ।

— —

( ১০৫ )

এজন লোকে নিজে ইচ্ছা কৰি এটা মছজিদত মোৱাজ্জিনৰ ( আজান দিয়োঁতাৰ ) কাম কৰিছিল । তেওঁৰ কণ্ঠস্বৰ অতি কৰ্কশ আছিল কাৰণে মছজিদৰ পৰা তেওঁ কোনো দৰমহা আদি পোৱা নাছিল । এদিনাখন মছজিদ কমিটিৰ চেক্ৰেটাৰী জনে তেওঁক ক'লে, “ এই মছজিদত তোমাৰ আগেয়ে এজন মোৱাজ্জিন আছিল । আজান দিয়াৰ বাবে তেওঁ মাহে পাচশ দীনাৰকৈ দৰমহা পাইছিল । আজান দিয়াৰ কাৰণে বেচেৰা দুখীয়া লোকটিৰ চাকৰিটো গ'ল । তোমাক মই দহটি দীনাৰ দিলোঁ । তুমি ইয়াৰ পৰা আন ঠাইলৈ যোৱা । ”

তাৰ পিছত সেই লোকটি আন এঠাইলৈ গ'ল । তাতো তেওঁ মছজিদত আজান দিবলৈ আৰম্ভ কৰিলে । তেওঁৰ কৰ্কশ মাত শুনি সকলোয়ে বিৰক্ত হৈ উঠিল । মছজিদ কমিটিৰ চেক্ৰেটাৰী

জনে তেওঁক কলে, তোমাক মই এই কুৰিটা দিনাৰ দিলোঁ। এইখিনি লৈ তুমি আন ঠাইলৈ গলে আমি বৰ সন্তোষ পাম। তোমাৰ নিচিনা লোক এঠাইত থকাটো ভাল নেদেখায়।

তেতিয়া সেই মোৱাজ্জিন জনে আগৰ মছজিদ কমিটিৰ চেক্ৰেটাৰী জনৰ ওচৰলৈ আহি কলে, "তেওঁলোকে মোক কুৰিটা দিনাৰ দি আন ঠাইলৈ যাবলৈ অনুৰোধ কৰিছে। আপুনি মোক মাত্ৰ দহটি দিনাৰহে দিছিল।" চেক্ৰেটাৰীয়ে সকলো-ৰোৰ কথা শুনি আৰু ভিতৰৰ বেপাৰটো বুজি হাঁহি হাঁহি তেওঁক কলে, তুমি কুৰিটা দিনাৰত সম্মত নহবা; তেতিয়া হলে তেওঁ-লোকে তোমাক পঞ্চাশটি দিনাৰ দিবলৈও বাধ্য হব।" মানুহ বিলাকে মোৱাজ্জিনক ইমান টকা কিয় দিবলৈ খোজে তেওঁ একো বুজিব নোৱাৰিলে।

দেখে সকলোৱে কিমান কঠোৰ
কৰতৰ বেগ কাঠৰ ওপৰে;
তাতোকৈ কঠোৰ কৰ্কশ মাত
বাজে দেছি কৈ মনৰ ভিতৰে।

—:—

( ১০৬ )

এজন মানুহে উচ্চ স্বৰে কোৰআন শ্বৰীফ পঢ়ি আছিল। তেওঁৰ কণ্ঠস্বৰ আছিল অতি কৰ্কশ। এজন ভদ্ৰলোকে এইটো দেখি এদিন তেওঁক কলে, "তুমি কোৰআন পঢ়িবলৈ মাহে কিমান টকা পোৱা?" তেওঁ উত্তৰ দি কলে যে তেওঁ তাৰ বাবে একো নাপায়। ভদ্ৰ লোকজনে এইটো শুনি কলে, "তুমি নিজে ইমান কষ্ট কিয় কৰা?" মানুহজনে কলে যে তেওঁ খোদাৰ সন্তুষ্টিৰ কাৰণে কোৰআন পঢ়ে। তেতিয়া ভদ্ৰলোক জনে কলে, "মোৰ বিনীত

অনুবোধ, খোদাৰ সন্তুষ্টিৰ কাৰণে এনেকুৱা ভাৱে কোৰআন পঢ়াটো মুঠেই উচিত নহয়। এনেকুৱা উচ্চস্বৰে কোৰআন পঢ়াটো তুমি বন্ধ কৰি দিয়া।”

ইদৰে কৰ্কশ স্বৰে পঢ়িলে কোৰআন;
ইছলামৰ মাধুৰী হব তিৰোধান।

## ৫ম অধ্যায়

### যৌৱন আৰু ভাল পোৱা

( ১০৭ )

দেৱান মাহমুদ গজনবীৰ হোচেনে মায়মুন্দী নামেৰে এজন বিখ্যাত উজিৰ আছিল। এদিন কেইজনমান লোকে তেওঁক সুধিলে “বাদচাহৰ অনেক অনুচৰ আৰু গোলাম আছে। তেওঁ দেখোন আয়াজক যেনেকুৱা ভাল পায় আন কাকো তেনেকুৱা ভাল নাপায়। অথচ আয়াজ দেখায় শুনায় সিমান সুন্দৰো নহয়। তেওঁৰ দেখোন আন আন অনুচৰ আৰু গোলামসকল শাৰীৰিক সৌন্দৰ্য্যত তেওঁতকৈ বহু গুণে শ্ৰেয়। ইয়াৰ কাৰণ কি?” উজিৰে কলে, “যাৰ গুণত মন মুগ্ধ হয় চকুৱে তাক চাবলৈ আকুল হৈ পৰে। সৌন্দৰ্য্যৰ বিচাৰ মানুহৰ মনেহে কৰে; চকুৱে নকৰে।”

প্ৰেমৰ চকুৰে চোৱা যদি তুমি
দেখিবা সুন্দৰ গোটেই জগত;
দেৱো বোধ হয় ফেৰেস্তাৰ দৰে
এই কথা তুমি জানিবা সতত।

—:—

[ ১০৮ ]

এজন ধনী মানুহৰ এটি বালক লগুৱা আছিল। সি দেখাত যেনেকুৱা ধুনীয়া, তাৰ স্বভাৱ চৰিত্ৰও তেনেকুৱা মনোমুগ্ধকৰ আছিল। ধনী মানুহজনে বালকটিক অত্যন্ত ভাল পাইছিল। এদিন তেওঁ তেওঁৰ এজন বন্ধুৰ লগত বালকটিৰ বিষয়ে আলোচনা কৰি থাকোতে কলে "লৰাটিৰ চেহেৰা যেনেকুৱা ধুনীয়া তাৰ স্বভাৱ-চৰিত্ৰও তেনেকুৱা। কিন্তু দোষৰ ভিতৰত মাত্ৰ এই খিনি যে অলপ অভদ্ৰ। তাৰ এই দোষখিনি নথকা হলে সিয়ে আৰু কিমান ভাল হলহেঁতেন।" বন্ধুজনে কলে, "ভাই! তুমি যেতিয়া তাক ভাল পাইছা তাৰ সেই খিনি দোষ তুমি নধৰিবা। কাৰণ, প্ৰভু আৰু ভৃত্যৰ ভিতৰত যেতিয়া ভাল পোৱা ভাব আহি উপস্থিত হয় তেতিয়া প্ৰভু আৰু ভৃত্যৰ সম্বন্ধ আৰু নাথাকে।"

ভাল পাই যদি
ভৃত্যক হে ভাই
ফেতিয়াবা তুমি
দিয়াহি প্ৰশ্ৰয়;
ভৃত্যৰ অভদ্ৰ
ব্যৱহাৰ তাৰ
লাগিব সহিব
জানিবা নিশ্চয়।

—×—

[ ১০৯ ]

এজন ধৰ্ম্মপৰায়ন সাধুৱে এজন সাধাৰণ লোকক অতি গভীৰ ভাৱে ভাল পাইছিল। তাৰ ফলত তেওঁৰ এনেকুৱা অৱস্থা হ'ল যে এথা অপলজন কৰাটো তেওঁৰ পক্ষে অসম্ভৱ হৈ পৰিল। তেওঁ মুখ খুলি এটা কথা কব নোৱাৰি অৱশেষত একেবাৰেই নিৰুপায় হৈ পৰিল। বহুতে তেওঁক বহুত ৰকমে নিন্দা কৰিলে, কিন্তু তেওঁ সেই সকলোবোৰ নিৰৱে সহ্য কৰিলে। মাজে মাজে তেওঁ তাক লক্ষ্য কৰি কয়,—

( ১০ )

যদিও সুৰক্ত মোৰ — পৰে তৰোৱাল
নাপাহৰিম কাচিতো — ভাল পোৱা তব ;
তোমাৰ বাহিৰে মোৰ — নাই আনজন
তব অবিহনে মোৰ — কিয়ে দশা হব ।

এদিন মই তেওঁক তিৰস্কাৰ কৰি কলো, "তোমাৰ উন্নত বিবেক বুদ্ধিৰ এনেকুৱা অধঃপতন কিদৰে হল ? প্ৰবৃত্তিৰ তাড়নাত তুমি দেখোন নিজকে পাহৰি গৈছা ।" মোৰ কথা শুনি তেওঁ অলপ সময় চিন্তা কৰি কলে,—

যদি কেতিয়াবা — প্ৰেমৰ ৰজাই
আহি হিয়া লয় — পাতে সিংহাসন ;
বিবেক, বুদ্ধি, — জ্ঞান, সুখ, শান্তি
দূৰ লই সবে — কৰে পলায়ন ।

নিৰীহ সৰল — কত লোক হায়
প্ৰেমে পৰি ভাই — হয় বিস্বল ;
আকণ্ঠ বোকাত — হয় নিমজ্জিত
হেৰায় অচিৰে — দেহে মনে বল ।

— × —

( ১১০ )

এজন ৰাজকুমাৰৰ স্বভাৱ-চৰিত্ৰ যেনেকুৱা সুন্দৰ আছিল, শাৰীৰিক সৌন্দৰ্য্যও তেনেকুৱা অতুলনীয় বুলি তেওঁ খ্যাতি লাভ কৰিছিল । তেওঁৰ অন্তৰত অহঙ্কাৰ ভাব নাছিল আৰু আনৰ প্ৰতি সহানুভূতিৰে তেওঁৰ হৃদয় সদায় পূৰ্ণ আছিল । সেই কাৰণে সকলোৱে তেওঁক ভাল পাইছিল ।

এটি কম বয়সীয়া লৰাইও তেওঁক আটাইতকৈ ভাল পাইছিল । সি বাঢ়ুতে সদায় তেওঁৰ চিন্তাতে ব্যাকুল হৈ আছিল । লৰাটিৰ

স্বভাৱ-চৰিত্ৰৰ অতি সুন্দৰ আছিল আৰু সকলোৱে তাক বৰ মৰম কৰিছিল। কিন্তু ৰাজকুমাৰৰ ওচৰ চাপিবলৈ সি সাহ কৰিব পৰা নাছিল। ৰাজকুমাৰৰ চিন্তাতে তাৰ মস্তিষ্ক বিকৃত হৈছিল আৰু সি উদাসীন জীৱন-যাপন কৰিছিল।

ৰাজকুমাৰে এইটো গম পাই এদিনাখন তাৰ ওচৰলৈ আহি তাক বুজালে আৰু তাৰ পৰিচয় সুধিলে। লৰাটিয়ে একো উত্তৰ দিব নোৱাৰিলে। ৰাজকুমাৰে কলে, "তুমি মোক ৰাজকুমাৰ বুলি ভয় নকৰিবা তোমাৰ মনৰ কথা কোৱাচোন। মই তোমাৰ মনৰ কামনা পূৰ্ণ কৰিবলৈ সদায় সাজু আছো।"

ৰাজকুমাৰৰ মুখৰ বাণী শুনাৰ লগে লগে লৰাটিৰ অন্তৰ গলি গ'ল। সি উচ্চস্বৰে এটি চিঞৰ মাৰি তৎকালিকে ৰাজকুমাৰৰ সন্মুখত ঢলি পৰিল আৰু সেই ভাবে সি জীৱন বিসৰ্জন দিলে।

'যমানে থাকক জ্ঞান বুদ্ধি মোৰ
প্ৰেমৰ কাষত সকলো হেৰায়;
কোৱা যদি কথা তুমি প্ৰিয়তম
অহঙ্কাৰ আদি সকলো পলায়।

প্ৰেম পৰৱশত হই আত্মহাৰা
তীব্ৰ আনন্দত হৃদয়ে বিলীন;
পাওঁ নিজকেই তোমাৰ ভিতৰে
হৈ এক আত্মা বওঁ চিৰ দিন।

— x —

( ১১১ )

এদিনাখন ৰাতি মোৰ প্ৰিয়তম আহি মোৰ ঘৰত উপস্থিত হ'ল। তেওঁক দেখি মই ভাবত এনেকুৱা ভাবে তন্ময় হলোঁ যে মোৰ হাত লাগি চাকিটো নুমাই গ'ল। তেওঁ মোক অভিমানৰ

( ১১ )

সুৰত কলে, "মই আছিলোঁ আৰু তুমি চাকিটো নুমাই দি ঘৰখন তেনেই আন্ধাৰ কৰি পেলালে। এইটো তোমাৰ কেনেকুৱা কাম?" মই কলোঁ, "চাকিটো নুমাই দিয়াৰ কাৰণ এই যে তোমাৰ আগমনত মোৰ হৃদয়খন পোহৰ হৈ গল। গতিকে চাকিটো অনাৱশ্যক বোধ কৰি মই নুমাই দিলোঁ।"

আহে যদি তব কাষে প্ৰিয়তম তব;
প্ৰদীপৰ দৰে হিয়া আলোকিত হব।

— x —

( ১১২ )

এজন মানুহৰ বৰ নামে গলে লগা বন্ধু আছিল। তেওঁ বহুত দিনৰ পিছত বন্ধুজনক দেখি কলে, "তুমি ইমান দিন ক'ত আছিলা? এই সুদীৰ্ঘকাল তোমাক নেদেখি মন বেয়া লাগি আছে।" বন্ধুজনে কলে, "ঘন ঘনকৈ আহিলে বন্ধুত্বৰ সোৱাদ নাথাকে, হয়তো বিৰক্তিও জন্মিব পাৰে। গতিকে তোতকৈ এইখিনি উদ্বেগ সহ্য কৰাটো ভাল।"

পলমকৈ বন্ধু আহে যদি তব
মধুৰ মিলন হুৱহি যিমান;
সঘনে আহিলে মিলন বিচাৰি
প্ৰেমৰ মাধুৰী নহব সিমান।

— x —

( ১১৩ )

এবাৰ এজন বৰ জ্ঞানী আৰু বিদ্বান লোক কাৰোবাৰ ভাল পোৱাত আবদ্ধ হৈ পৰিল। এই গোপন কথাটি বেছি দিন গোপন হৈ নাথাকিলি। ভাল পোৱা বস্তুটোৰেই এনেকুৱা নানা জনে বকম কথা কবলৈ ধৰিলে। সেই জ্ঞানী লোকজনে অনেক উপহাস আৰু তিৰস্কাৰ নীৰৱে সহ্য কৰিব লগীয়া হ'ল।

এদিনাখন মই তেওঁক অতি নম্ৰভাৱে কলোঁ, "ভাই! মই ভালকৈ জানোঁ। যে তোমাৰ এই ভাল পোৱাত কোনো ৰকম কলুষতা বা অপবিত্ৰতা নাই। তথাপি সেই অভদ্ৰ লোক সকলে তোমাৰ বিষয়ে তীব্ৰ মন্তব্য কৰে। তুমি তেওঁক পাহৰি যোৱা আৰু ভাল পোৱাৰ নিজ পৰিত্যাগ কৰা।"

এই কথা শুনি তেওঁ এটি হুমুনিয়াহ কাঢ়ি কলে, "তুমি নিচো কৈছা মই সেইটো অনেক দিন চিন্তা কৰিছোঁ; কিন্তু মনটোক বুজাব পৰা নাই। আনৰ বিদ্ৰূপ আৰু বিৰাগৰ সহ্য কৰিব পাৰো, কিন্তু তোমাৰ বিৰহ যাতনা মোৰ পক্ষে একেবাৰেই অসহ্য। সেয়েহে জ্ঞানী সকলে কয়,—

ভাল পোৱা জন যদি নাথাকে আগত;
তাতোকৈ বেছি দুখ নাই জগতত।

— x —



বাল্য কালত মই এজনক অত্যন্ত ভাল পাইছিলোঁ। আমাৰ দুয়ো জনৰে প্ৰাণ যেন একেটায়েই আছিল। তেওঁৰ ভাল পোৱাৰ মোৰ হৃদয় সদায় পূৰ্ণ আছিল। মই এটি মুহূৰ্তও তেওঁক পাহৰিব পৰা নাছিলোঁ। পূৰ্ণিমাৰ জোনটিৰ নিচিনা তেওঁৰ মুখৰ মধুৰ হাঁহিত মোৰ জীৱন আলোকিত হৈছিল। তেওঁৰ কণ্ঠস্বৰো অতি মধুৰ আছিল।

এদিনাখন তেওঁৰ এটি কামত মই বৰ বিৰক্ত হলোঁ। সকলোবোৰ ভাল পোৱা যেন আকাশত বিলীন হৈ গ'ল। তেওঁৰ লগত মই সকলোবোৰ সম্বন্ধ ছিন্ডি পেলালোঁ। তেওঁ মোৰ এই অসন্তোষ আৰু বিৰক্তি একেবাৰেই গ্ৰাহ্য নকৰি দূৰলৈ আঁতৰি গ'ল।

তেওঁ যোৱাৰ পিছত মোৰো মনত দুখ লাগিল। তেতিয়াহে মই সঁচাকৈয়ে বুজি পালোঁ যে মই তেওঁক কিমান ভাল পাইছিলোঁ। কাৰণ, বিনাশৰ পিছতহে সম্পদৰ প্ৰকৃত মূল্য বুজি পোৱা যায়। দাঁত থাকোতে মানুহে দাঁতৰ মৰ্য্যাদা নুবুজে। তেওঁ যোৱাৰ পিছৰ পৰাই তেওঁৰ মধুৰ স্মৃতিবোৰে মোক সকলো সময়তে দুখ দিবলৈ ধৰিলে। তেতিয়া মই সদায় মনে মনে ভাবোঁ খোদায়ে যেন তেওঁক ঘূৰাই আনি দিয়ে। তেওঁৰ অবিহনে জীয়াই থকাতকৈ তেওঁৰ সন্মুখত মৰি যোৱাহে ভাল আছিল।

খোদাৰ কৃপাত তেওঁ বহুত বছৰ পিছত উভতি আহিল। তেতিয়া তেওঁক দেখি মই অতি দুখিত আৰু বিস্মিত হলোঁ। হজৰত দাউদ (আঃ)ৰ দৰে কণ্ঠস্বৰ মধুৰতা তেতিয়া আৰু তেওঁৰ কথাত নাই। হজৰত ইউচুফ (আঃ)ৰ দৰে ভুবন ভুলোৱা ৰূপ যৌৱন তেওঁৰ পৰা বিদায় লৈছে। তেওঁ আহিয়েই মোৰ আলিঙ্গনত আবদ্ধ হবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। মইও পৰম আদৰে তেওঁক হৃদয়ত গ্ৰহণ কৰিলোঁ।

থাকে যত দিন ৰূপ যৌৱন
গৌৰবে কঠোৰ হয় ব্যৱহাৰ;
সি সব যেতিয়া হয় অৱসান
দেখো কমনীয় ব্যৱহাৰ তাৰ।

— x —

( ১১৫ )

এবাৰ এটা পিঞ্জৰাত এটা কাউৰী আৰু এটা কেতেকী চৰাই একে লগে বন্দী হৈছিল। কেতেকীয়ে কাউৰীক ভাল পোৱা নাছিল। কাৰণ, কাউৰীৰ ৰূপো নাই গুণো নাই। তদুপৰি তাৰ মাতটোও বৰ কৰ্কশ।

( ৯৫ )

আন পক্ষে কাউৰীয়েও কেতেকীৰ লগত থাকি মুঠেই ভাল পোৱা নাছিল। সি নিজৰ অদৃষ্টক দোষ দি কৈছিল, "হায় কি পাপৰ কাৰণে যে মোৰ এই শাস্তি হ'ল। আন কাউৰীৰ লগত গছে গছে 'কা কা' কৰি গান গাই ফুৰাটোৱেই মোৰ পক্ষে বৰ ভাল আছিল।"

জ্ঞানী সকলে নির্বোধ সকলক যি দৰে ঘৃণা কৰে নির্বোধ সকলেও জ্ঞানী সকলক সেইদৰে ঘৃণা কৰে। এজনে আনজনৰ ওচৰত মর্য্যদা আশা কৰিব নোৱাৰে।

যদিহে এজন নীৰস সাধক
থাকে পৃথিৱীৰ প্রেমীক সন্তাক;
তথাপি নীৰস ইন্ধন তুল্য
আমোদ আনন্দ নাথাকেহি ভাত।

—×—

( ১১৬ )

বাল্য কালৰ পৰাই মোৰ এজন বৰ নলে গলে লগা বন্ধু আছিল। আমি দুয়োজনে একে লগে বহু বছৰ নানা দেশ-বিদেশ ভ্রমণ কৰিছিলোঁ। আমি দুয়োজনে শয়ন ভোজন একেলগে কৰিছিলোঁ। যেন দুটি দেহত এটি মাত্র প্রাণ আমাৰ আছিল।

এদিনাখন সামান্য স্বার্থৰ কাৰণে তেওঁ মোৰ মনত কষ্ট দিবলৈ অলপো ইতস্ততঃ নকৰিলে। ইমান দিনৰ বন্ধুত্বৰ বন্ধন ছিঙি তেওঁ দূৰ দেশলৈ গুচি গ'ল। যদিও আমি দুয়োজন পৰস্পৰে দূৰত থাকিলোঁ তথাপি আমাৰ অন্তৰৰ যোগাযোগ ছিন্ন হোৱা নাই— এইটো অলপ দিনৰ ভিতৰতে প্রমাণ পোৱা গ'ল।

এদিনাখন মোৰ সেই বন্ধুজনে এখন সভাত বহি মোৰ বিষয়ে অনেক দুখ প্রকাশ কৰিলে। তেওঁ নিজৰ দোষ স্বীকাৰ

( ৯৬ )

কৰি মোৰ গুণৰ কথাবোৰ উল্লেখ কৰিলে আৰু মোৰ লগত পুনর্মিলনৰ কামনা কৰি এই বিখ্যাত কবিতাটি গালে,—

যেতিয়াই মোৰ ' প্ৰিয়তম সখা
মধুৰ হাঁহিৰে আহে কাষলই ;
উঠে জাহি মোৰ আহত হৃদয়ে
মধুৰ হাঁহিৰ প্ৰেমময় নই ।

যদি কোনো দিন কপালৰ ফলে
হয় মোৰ দেখা সখাৰ লগত ;
যাব উটি জাহি বিষাদ বেদনা
আছে যত মোৰ মোৰ হৃদয়ত ।

মই তেওঁৰ কথা জানিবলৈ পাই তেওঁৰ লগত সন্ধি কৰিম বুলি এখনি চিঠি লিখিলোঁ । অতি সোনকালে আমাৰ দুয়োজনৰ মিলন হ'ল । মোৰ চিঠিখনিত এই কবিতাটি লিখা আছিল,—

তোমাক পাইয়ে ভুলিলোঁ জগত
মন প্ৰাণ মোৰ সপিলোঁ তোমাত ;
আহা ঘুৰি সখা মিলনত দুয়ো
পাম বহু সুখ তাপিত হিয়াত ।

— x —

( ১১৭ )

এজন ভদ্ৰলোকে তেওঁৰ ভাৰ্য্যাক অত্যন্ত ভাল পাইছিল । তেওঁ যেনেকুৱা ৰূপৱতী তেনেকুৱা গুণৱতীও আছিল । সময়ৰ নিৰ্মম গতিত অলপ দিনৰ পিছতে তেওঁৰ মৃত্যু হ'ল । ভদ্ৰলোক জনৰ মাহুয়েক বৰ দন্দুৰী আৰু কৰ্কশ প্ৰকৃতিৰ তিৰোতা আছিল । জীয়েকৰ মৃত্যুৰ পিছত তেওঁ জোৱায়েকৰ ওচৰলৈ আহি কাবিল নামাৰ স্বৰ্গা-কুমাৰী সেন মোহৰানাৰ ( স্ত্ৰীধনৰ ) টকাৰ কাৰণে তেওঁক বৰকৈ

তাগিদ দিবলৈ ধৰিলে। এনেকুৱা অৱস্থাত ভদ্ৰলোক জনৰ বন্ধু এজনে তেওঁক কেনে আছে বুলি সোধাত তেওঁ কলে,—

বতাহত মোৰ গোলাপ পাহিটি
মৰহি তেনেই হ'ল নাইকীয়া;
আজিও যে তাৰ ঠাবিৰ কাইটে
নিৰ্ম্মম ভাবে বিন্ধিছে হিয়া।

— x —

( ১১৮ )

অনেক দিন আগেয়ে মোৰ যৌৱন কালত এদিন মই এটি গলিৰ ভিতৰেদি গৈ আছিলোঁ। সেইখ্যা গ্ৰীষ্মকাল, বিশেষকৈ সেইদিনাৰ গৰমৰ মাত্ৰা অত্যন্ত বেছি আছিল। মোৰ অনুমান হৈছিল যেন গোটেই জগততে "লু" নামেৰে ভীষণ গৰম বতাহ বলিছে আৰু সেই নিদাৰুণ গৰমত হাড়ৰ ভিতৰৰ পৰা মজ্জাবোৰ গলি ঘামৰ দৰে বাহিৰ হৈছে। গৰম একেবাৰেই অসহ্য হোৱাত মই এটি প্ৰাচীৰৰ ছায়াত অলপ আশ্ৰয় লবলৈ ইচ্ছা কৰিলোঁ। পিয়াহত মোৰ ওঁঠ কণ্ঠ শুকাই গৈছে, মনতে ভাবিলোঁ, হায়, যদি এনেকুৱা সময়ত কোনোবাই মোক এগিলাচ শীতল পানী দি মোৰ জীৱনটো বচাবলৈহেঁতেন।

এনেতে দেখিলোঁ ওচৰৰ এটা ঘৰত বিজুলীৰ দৰে কিবা এটা বস্তু জিলিকি উঠিল। কি আচৰিত, এনেকুৱা ৰূপ মই কেতিয়াও দেখা নাই। মোৰ ভাষা নাই যে মই ইয়াৰ ৰূপ মাধুৰী বৰ্ণনা কৰিব পাৰোঁ। অনুমান হ'ল যেন গভীৰ আন্ধাৰ ৰাতি চাঁদে এটি মাৰি উঁৱাই দেখা দিলে। সেইজন আছিল এজন দেৱদূত। তাৰ হাতত আছিল এগিলাচ অতি শীতল মিঠা চৰ্ব্বত। ইয়াৰ মধুৰ সুগন্ধত চাৰিও দিশ আমোদিত হৈ উঠিল। মই তাৰ হাতৰ পৰা চৰ্ব্বত গিলাচ গ্ৰহণ কৰি প্ৰাণ শীতল কৰিলোঁ। সেই দিনাৰ

পবাই যেন মোৰ নতুন জীৱন আৰম্ভ হ'ল। চৰ্বত খাই তৃপ্তি পালোঁ সঁচা, কিন্তু প্ৰাণৰ ভিতৰত এনেকুৱা একুৰা ভীষণ জুই জ্বলি উঠিল যে ই আৰু মুমুমাল।

প্ৰেমৰ অনল লক লক কৰি
উঠে যদি জ্বলি প্ৰেমিক প্ৰাণত ;
সমুদ্ৰ পানীয়ে নোৱাৰে কদাপি
মুমাব ইয়াক এই জগতত।

মদৰ নিচাত বিভোল যি জন
অচিৰে সি নিজ ভাঙি যায় তাৰ ;
প্ৰেম মদিৰাৰ নিচা কাহানিও
নাভাঙে লাগিলে হিয়াত এবাৰ।

— x —

( ১১৯ )

এদিনাখন মই কাছগৰৰ প্ৰধান জুম্‌আ মছজিদত উপস্থিত হৈছিলোঁ। তাত মই এটি বৰ ধুনীয়া লৰা দেখিছিলোঁ। আধা ফুলা ফুলটিৰ দৰে তাৰ অপাৰ্থিৱ ৰূপ চাৰিও পিনে বিয়পি পৰিছিল। সি সুমধুৰ হাঁহি এটি মাৰি মোৰ ঘৰ ক'ত সুধিলে। মই কলো। "পবিত্ৰ ছিৰাজ ভূমিত মোৰ ঘৰ।" ছিৰাজ ভূমিৰ কথা শুনি সি মোক কলে, "মহা কবি শেখ ছাদীৰ কবিতা আপুনি জানেনে ? তেওঁৰ অনেক পাৰ্চী কবিতা এই দেশত যথেষ্ট প্ৰচলিত আছে।" কাৰণ, সি জানিছিল যে শেখ ছাদী ছিৰাজৰ অধিবাসী। মই তাৰ কথা শুনি এটি পাৰ্চী কবিতা পঢ়ি তাক শুনালোঁ।

পিছদিনাখন বাতিপুৱা সেই লৰাটিয়ে কাৰোবাৰ পৰা মোৰ পৰিচয় পাই দৌৰি আহি মোৰ ওচৰত উপস্থিত হ'ল আৰু অতি বিনীত ভাবে মোক কলে, "আপুনি ইমান দিনে কিয় মোক পৰিচয়

দিয়া নাই ?” মই কলোঁ, “তোমাৰ উপস্থিতিৰ কাৰণে তোমাৰ অস্তিত্বৰ ভিতৰত মোৰ অস্তিত্ব বিলীন হৈ আছিল। সেই কাৰণে মই তোমাৰ ওচৰত আত্ম প্ৰকাশ কৰিব পৰা নাই।”

ছোৱালীয়ে কলে, “আপুনি দয়া কৰি আৰু কিছু দিন এই চহৰতে থাকক। মই মন প্ৰাণ দি আপোনাৰ সেৱাত থাকি নিজকে কৃতাৰ্থ কৰিবলৈ বিচাৰোঁ।” মই কলোঁ, “সেইটো মুঠেই সম্ভৱ নহয়। চহৰ আৰু নগৰত অনেক প্ৰলোভনীয় বস্তু আছে। এনেকুৱা লোকো আছে যি সকলে সহজেই হৃদয় অধিকাৰ কৰিব পাৰে। সেই কাৰণে মই সেইবোৰ ঠাইত থাকিবলৈ ভয় কৰোঁ। কাৰণ, মনৰ ভিতৰত তেওঁলোকৰ আকৰ্ষণ আৰু তেওঁলোকৰ ভাল পোৱাই বিশেষ প্ৰভাৱ বিস্তাৰ কৰিলে মোৰ সাধনাৰ ক্ষতি হব। মই অস্থায়ী আনন্দৰ প্ৰলোভনত পৰি স্থায়ী ধনৰ পৰা বঞ্চিত হবলৈ ইচ্ছা নকৰোঁ। বোধ হয় তুমি এতিয়া বুজিছা যে মই কিয় ইয়াত থকা উচিত নহয়।”

এই বুলি কৈ গভীৰ স্নেহ আৰু ভাল পোৱাৰে ছোৱালীক মই এটি চুমা খালোঁ আৰু তাৰ পিছত বিষাদ মনেৰে তাৰ পৰা বিদায় লৈ আন দেশলৈ গুচি গলোঁ।

বিদায় ক্ষণত কোলে লই যদি
খোৱা এটি চুমা কি লাভ ইয়াত ?
হৃদয়ৰ জ্বালা নকমে অকণো
নাপাবা শান্তি তাপিত হিয়াত।

প্ৰেমিকৰ কাষে নিজকেই যদি
একেবাৰে তুমি কৰাহি অৰ্পন
দূৰলৈ নগৈ থাকিলে কাষত
প্ৰেমৰ সি বাবি হবহি পূৰণ।

—x—

[ ১২০ ]

এবাৰ মই বেজ্জাজ দেশৰ মাজেদি আহি আছিলোঁ। আমাৰ দলত এজন দৰবেশ আছিল। আৰব দেশৰ এজন আমীৰে (ধনী মানুহে) তেওঁক এশটা সোণৰ মুদ্রা দান কৰিছিল। আমি আহি থাকোতে এদল দস্যুৱে আমাক আক্রমণ কৰিলে। আমাৰ লগৰ বেপাৰী সকলে তেওঁলোকৰ ধন প্রাণ ৰক্ষা কৰিবলৈ কান্দি কান্দি অনেক অনুনয় বিনয় কৰিবলৈ ধৰিলে। কিন্তু নিষ্ঠুৰ দস্যুৰ দলটোৱে এসেইবোৰলৈ ভ্রূক্ষেপ নকৰি আমাৰ সকলোবোৰ লুটি লৈ গ'ল। আমি সকলোৱে দুখ আৰু পৰিতাপ কৰিবলৈ ধৰিলোঁ।

আমি লক্ষ্য কৰি দেখিলোঁ যে সেই দৰবেশ জনে মনত দুখ নকৰি আনন্দ মনে আছে। তেওঁৰ যেন একোৱেই হোৱা নাই। আমি আচৰিত হৈ তেওঁক সুধিলোঁ, "আপোনাৰ ধন বস্তুবোৰ জানো দস্যুসকলে লোৱা নাই ?" তেওঁ কলে, "দস্যুসকলে মোৰো সকলোবোৰ নিলে। কিন্তু তাৰ বাবে মই অলপো মনত দুখ কৰা নাই। কাৰণ, সেইবোৰৰ লগত মোৰ মন এনেকুৱা ভাবে আবদ্ধ কৰা নাছিলোঁ যে সেইবোৰৰ অভাৱত হৃদয় শোকত দগ্ধ হব। কোনো পাৰ্থিৱ বস্তুৰ প্রেমত আসক্ত হোৱা উচিত নহয়। কাৰণ ইয়াৰ অভাৱত হৃদয় আহত হৈ পৰে।"

মই তেওঁৰ কথা শুনি কলোঁ, "আপুনি অতি ঠিক কথাই কৈছে। মই সেইটো ভালদৰে জানোঁ। প্রথম যৌৱনত মই এজনক ভাল পাইছিলোঁ। তেনেকুৱা ভাল পোৱা কোনেও কাকো দিব নোৱাৰে। তেওঁৰ ৰূপ যেন মোৰ চকুৰ মণি আছিল। মোৰ গোটেই জীৱনৰ পুঁজি যেন তেওঁৰ মিলনত নিহিত আছিল।

"সংসাৰ পথত চলি থাকোতে হঠাতে তেওঁক মই হেৰুৱালোঁ। তেওঁৰ অভাৱত তেওঁৰ শোক সন্তপ্ত পৰিয়ালৰ কান্দোনত চাৰিও দিশ আকুল হৈ উঠিল। মইও বলিয়াৰ দৰে তেওঁৰ কবৰৰ ওচৰত অনেক সময় পৰি থাকিলোঁ। কিন্তু একো ফল নহ'ল।

মজনুই এইটো শুনি কান্দি কান্দি কলে, "মই লায়লীৰ প্ৰেমত উন্মত্ত। তাৰ বাবে মোৰ বন্ধুসকলে সদায় মোক তিৰস্কাৰ কৰি থাকে। কিন্তু সিহঁতে যদি এবাৰ লায়লীৰ অসাধাৰণ ৰূপ দেখিলে হঁতেন তেন্তে নিশ্চয় সিহঁতে মোক ভুল বুবুজি ক্ষমা কৰিলে হেঁতেন। তেতিয়া সিহঁতে বুজিলে হেঁতেন যে লায়লীৰ কি দেখি মই এনেকুৱা পগলা হৈছোঁ আৰু উদসীন ভাবে জীৱন কটাইছোঁ। মিছৰৰ মহিলাসকলে হজৰত ইউচুফ (আঃ)ৰ অসাধৰণ ৰূপত আত্মহাৰা হৈ যি দৰে লেবুৰ পৰিবৰ্ত্তে নিজৰ নিজৰ আঙুলিবোৰ কাটি লৈছিল সিহঁতেও সেইদৰে লায়লীৰ প্ৰেমত আত্মহাৰা হৈ নিজৰ নিজৰ প্ৰাণ উৎসৰ্গ কৰিলেহেঁতেন।

মজনুৰ কথা শুনি লায়লীক দেখিবলৈ বাদচাহৰ বিশেষ ইচ্ছা হ'ল। যেতিয়া লায়লীক ৰাজ দৰবাৰলৈ অনা হ'ল তেওঁ দেখিলে যে লায়লীৰ ৰূপত তেনেকুৱা অসাধৰণ একো নাই। বৰং লায়লীৰ ৰূপতকৈ তেওঁৰ দৰবাৰৰ কিছুমান বান্দাৰ ৰূপ বেছি বুলি তেওঁৰ ধাৰণা হ'ল। বান্দীসকলৰ সাজ পাৰো লায়লীৰ সাজ-পাৰতকৈ বেছি ভাল। বাদচাই মনে মনে ভাবিলে যে এই কাৰণেই চাৰিও ফালে ইমান গোলমাল দেখা গৈছে। বিচক্ষণ মজনুই বাদচাহৰ মনৰ কথা সহজে বুজিব পাৰি কলে, –

লায়লীৰ ৰূপ
মজনুৰ চকু
আন কোনোৱেই
প্ৰেমিকেহে বুজে

চাব খোজে যিয়ে
থাকে যেন তাৰ;
নোৱাৰে বুজিব
ৰূপ প্ৰেমিকাৰ

আহত জনৰ
নোৱাৰে বুজিব
আনৰ আগত
মনৰ বেদনা

বেদনা কিমান
কেতিয়াও আনে;
কই লাভ নাই
সমভোগী বিনে।

— x —

[ ১২২ ]

এজন যুৱকে তেওঁৰ প্ৰেমিকাক বৰ ভাল পাইছিল। তেওঁৰ ভালপোৱা অতি নিৰ্মল আৰু আন্তৰিক আছিল। এদিন ঘটনা ক্ৰমে তেওঁলোক দুয়োজন নদীৰ মাজত ডুবিল। এজন নাওৰীয়াই এইটো দেখি সেই যুৱক জনক প্ৰথমে বচাবলৈ পানীত জাপ দিলে। যুৱকজনে চিঞৰি চিঞৰি কলে, "মোক নহয়, প্ৰথমে তেওঁকহে বচাবলৈ ব্যৱস্থা কৰা।" এইটো কৈ কৈ তেওঁ পানীত ডুবি জীৱন বিসৰ্জন দিলে।

এইটোৱেই প্ৰকৃত প্ৰেম যে বিপদৰ সময়ত মানুহে নিজৰ প্ৰিয়জনক নাপাহৰে, আনকি নীৰৱে তাৰ কাৰণে নিজৰ জীৱন দিবলৈও কুণ্ঠিত নহয়।

ছাদীৰ নিচিনা
নাপাবা বিচাৰি
জনা তেন্তে হেৰা
জগতত প্ৰেম

প্ৰেমৰ ওস্তাদ
ধৰণী যুকুত;
প্ৰেমিক সকল
স্বৰ্গীয় মুকুট।

মন প্ৰাণ দি
তাৰ বাবে প্ৰাণ
আন কাৰো পিনে
ৰাখিবা সখাক

ভালপোৱা যাক
দিয়া মৰতত;
নাচাবা ধৰাত
চকুৰ আগত।

লায়লী মজনু
নতুন জীৱন
মোৰ কিতাপত
নতুন তথ্য

যদি ধৰণীত
লভিলেহেঁতেন;
মধুৰ প্ৰেমৰ
পালেহি হেঁতেন।

— x —

# ৬ষ্ঠ অধ্যায়

## বাৰ্দ্ধক্য।



এদিন মই দামেস্ক চহৰৰ জুম্‌আ মছজিদত কেইজন মান জ্ঞানী লোকেৰে সৈতে বহি নানা বিষয়ৰ আলোচনা কৰি আছিলোঁ। এনেতে এজন যুৱকে আমাৰ ওচৰলৈ আহি কবলৈ ধৰিলে, "সমবেত ভদ্ৰমণ্ডলীৰ ভিতৰত পাৰ্চী ভাষা জনা লোক কোনোবা আছেনে ?" অনেকে মোৰ পিনে ইঙ্গিত কৰি দেখুৱাই দিলে। মই বিস্ময়তো কি বুলি সোধাত যুৱকজনে ক'লে, "ডেৰশ বছৰ বয়সৰ এজন বৃদ্ধ মৃত্যু শয্যাত পৰি আছে। তেওঁ পাৰ্চী ভাষাৰে কি কৈছে আমি কোনেও একো বুজি পোৱা নাই যদি হুজুৰ আপুনি দয়া কৰি তালৈ যায় তেন্তে তেওঁৰ শেষ কথাখিনি আমি জানি লব পাৰোঁ, হয়তো তেওঁ মৃত্যু কালত কিবা আকাংখ্যাও কৰিব পাৰে।"

যুৱক জনৰ কথা শুনি মই গৈ বৃদ্ধৰ বিচনাৰ কাষত উপস্থিত হলোঁ। মই দেখিলোঁ যে তেওঁ এই কবিতাটি কৈ আছে, -

ছুটি নিদিবৰ কথা নৌ কওঁতে
মোৰ কথা হায় হ'ল অৱসান;
জীৱনৰ মজা দুদিন চাকোঁতে
আহিল নিঠুৰে নিবলৈ প্ৰাণ।

মই এই কবিতাটিৰ অৰ্থ আৰবী ভাষাত উপস্থিত লোক-সকলক বুজাই দিলোঁ। এইটো শুনি সকলোৱে আচৰিত হৈ ক'লে, "মানুহ জন ইমান বছৰ বাচি আছে, তথাপি নিজৰ জীৱন কাল অতি কম বুলি ভাবিছে।" মই বৃদ্ধক সুধিলোঁ, "কেনে আছে? এতিয়া কেনেকুৱা পাইছে ?" তেওঁ ক'লে,—

( ১০৫ )

উঠালে দেহৰ ক্ষুদ্ৰ দাঁত এটি
নোৱাৰি সহজে তুলিব যাতনা ;
অতি মৰমৰ প্ৰাণটি গুলালে
বেদনা থৰাত নহয় তুলনা ।

মই তেওঁক সান্ত্বনা দি কলোঁ, "মনৰ পৰা আপুনি মৃত্যুৰ চিন্তা দূৰ কৰক, মনক শান্ত কৰক । মানুহৰ শৰীৰ যিমানে সুস্থ আৰু সবল নাথাকক তাৰ দ্বাৰা এইটো প্ৰমাণ নহয় যে তেওঁ দীৰ্ঘ জীৱী হব । আন পক্ষে বেমাৰ যিমানেই ভীষণ নহক তাৰ দ্বাৰা এইটো বুজা নাযায় যে বেমাৰীৰ সোনকালে মৃত্যু হব । আপুনি অনুমতি দিলে এজন উপযুক্ত চিকিৎসক আনিব পাৰোঁ । তেওঁৰ ঔষধ খালে খোদাৰ ফজলে ( কৃপাত ) আপুনি ভাল পাব ।"

মোৰ কথা শুনি বৃদ্ধৰ চকুৰ পানী গুলাল । তেওঁ মিচিকীয়াই হাঁহি কলে, –

ডাক্তৰে একো নোৱাৰে কৰিব
আহিলে মৃত্যু কাৰ লই ভাই ;
পৰো পাৰো ভলে ভগা ঘৰ এটি
চুণ কাম কৰি একো লাভ নাই ।

— x —

( ১২৪ )

এজন বৃদ্ধৰ এজনী তৰুণী ভাৰ্য্যা আছিল । তেওঁ তাইক থাকিবলৈ এটি সু-সজ্জিত ঘৰ দিলে । তাইৰ সন্তুষ্টিৰ কাৰণে তেওঁ সদায় তাইৰ ওচৰত থাকি সুন্দৰ গল্প আৰু নানা ৰকম জ্ঞানপূৰ্ণ কথা কয় । তেওঁৰ ধাৰণা আছিল যে তাই এইবোৰ কথা শুনি হয়তো তেওঁৰ প্ৰতি আসক্ত হব । পিচত দেখা গ'ল যে তাইৰ মনৰ ভাব অলপো পৰিবৰ্ত্তন নহ'ল ।

এদিনাখন তাই এটি দীঘল হুমুনীয়াহ কাঢ়ি কলে, "তুমি দিবোৰ কথা কোৱা সেইবোৰৰ একো মূল্য নাই । কাৰণ বৃদ্ধৰ"

বৃদ্ধক বিয়া কৰাই তেওঁৰ বুঢ়া স্বামী হৈছিল এইজন। কথাতে কয় যে বৃদ্ধস্য তৰুণী ভাৰ্য্যা।"

শেষত দেখা গ'ল যে তেওঁলোক দুয়োৰে কোনো ৰকমেই মনৰ মিলন নহ'ল। বৃদ্ধ বেচাৰা নিৰুপায় হৈ ভাৰ্য্যাক তালাক দিবলৈ ( বিয়াৰ বন্ধন ছিঙি দিবলৈ ) বাধ্য হ'ল।

কিছুদিন পিছত সেই যুৱতী জনীৰ এজন যুৱকৰ লগত বিয়া হ'ল। সেই যুৱকজন বৰ উগ্ৰ প্ৰকৃতিৰ দুখীয়া লোক আছিল। যুৱতীজনীয়ে তাৰ বহুতো দুৰ্ব্যৱহাৰ নীৰৱে সহ্য কৰিব লগীয়া হয় আৰু বহুত সময়ত উপবাসে দিন কটাব লগাত পৰে। থাকিবলৈ তাৰ তেনেকুৱা এটি ভাল ঘৰো নাই। তথাপি তাইক প্ৰায় প্ৰফুল্ল দেখা যায়। তাই সকলোবোৰ লাঞ্চনা গঞ্জনা আৰু দুখ-কষ্ট হাঁহি মুখে বৰণ কৰে। যাক ভাল পোৱা যায় তাৰ হাতৰ আঘাতো প্ৰীতিকৰ হয়।

| | |
|---|---|
| সুন্দৰ তুমি | তব অত্যাচাৰ |
| সহোঁ হাঁহি মুখে | নহই হতাশ ; |
| তব নিশ্বাসে | পাওঁ ভাহি অহা |
| অপাৰ্থিৱ সেই | গোলাপ সুবাস। |
| থাকোঁ যদি মই | তোমাৰ লগত |
| নৰকতো পাম | পৰম শান্তি ; |
| আনৰ লগত | যাবলৈ সৰগে |
| নাই অভিলাষ | নহওঁ মান্তি। |

—×—

[ ১২৫ ]

এদিনাখন মই ঘৰৰ প্ৰদেশৰ এজন ধুৰন্ধৰ ঘৰত অতিথি হৈছিলোঁ। তেওঁৰ ধন-দৌলত যথেষ্ট আছিল। কিন্তু সন্তান-সন্ততিৰ ভিতৰত আছিল মাত্ৰ এটেই পুত্ৰক। পুত্ৰকটি দেখিবলৈ বৰ ধুনীয়া আছিল।

বাতি বুদ্ধই কথা প্ৰসঙ্গত মোক কলে, "মোৰ বহুত দিনলৈ সন্তান সন্ততি নাছিল। তাৰ বাবে মই অতি দুখিত ভাবে কাল কটাই-ছিলোঁ। এদিন শুনিলোঁ যে এই অঞ্চলৰ অমুক ঠাইত এজোপা তাওৰ গছ আছে। কোনোবাই যদি সেই গছ জোপাৰ তললৈ গৈ আল্লাৰ ওচৰত কিবা প্ৰাৰ্থনা কৰে আল্লাই বোলে সেইটো দিয়ে। এইটো শুনি মই এদিন গৈ সেই গছ জোপাৰ তলত উপস্থিত হলোঁ আৰু গভীৰ ৰাতিলৈ এটি সন্তানৰ বাবে আল্লাৰ ওচৰত কান্দিলোঁ। তাৰ পিছত আল্লাই মোক এই পুত্ৰ সন্তানটি দান কৰিলে।"

এদিনাখন মই শুনি আচৰিত হলোঁ যে সেই লৰাটিয়ে তাৰ বন্ধুসকলক মনে মনে কৈছে, "ইয়াত বোলে এনেকুৱা এজোপা গছ আছে যে যিয়ে তাৰ তললৈ গৈ যিটোকে প্ৰাৰ্থনা কৰে সেইটোকে পায়। যদি মই সেই গছ জোপা বিচাৰি উলিয়াব পাৰিলোঁ হেঁতেন তেন্তে তাৰ তললৈ গৈ মোৰ পিতাৰ যাতে সোন-কালে মৃত্যু হয় তাৰ বাবে মই আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰিলোঁ হেঁতেন। কাৰণ, তেওঁৰ অত্যাচাৰ মোৰ সহ্য নহয়।"

জগতত এনেকুৱা উদাহৰণ বহুতো দেখা যায় যে পিতাকে পুত্ৰেকৰ গুণ গৰিমাৰ কথা সকলোকে কয়, কিন্তু পুত্ৰেকে পিতাকক নিৰ্বোধ বুলি আনৰ আগত প্ৰচাৰ কৰে।

যদিও সন্তানে নকৰি কৰ্ত্তব্য
পিতাকৰ প্ৰতি হয় উদাসীন ;
পিতৃ হৃদে আশা কৰি সৰ্বদায়
পিতাক নহয় মমতা বিহীন।

— x —

[ ১২৬ ]

যৌৱন কালত যেতিয়া দেহত যথেষ্ট শক্তি আছিল আৰু ক্ষমতাৰ অহঙ্কাৰত মন পূৰ্ণ আছিল তেতিয়া এদিন মই [illegible] খুব খোঁপিছিলোঁ। মোৰে হঁতে মোৰে হঁতে [illegible]

নোৱাৰা হলোঁ। অৱশেষত নিৰুপায় হৈ এখন পৰ্বতৰ নামনিত মই জীৱন দি পৰি গলোঁ। সেই সময়ত এজন বুঢ়াই এটি দলৰ পিছে পিছে লাহে লাহে গৈ আছিল। তেওঁ মোক এনেকুৱা অৱস্থাত পৰি থকা দেখি কলে, "হেৰা এনেকুৱা সময়ত তুমি এনেকুৱা ঠাইত কিয় শুই আছা? শুবলৈ এইখন উপযুক্ত ঠাই নহয়।" মই কলোঁ, "কি কৰিম? মই ইমান দৌৰিলোঁ যে এতিয়া লৰিব নোৱাৰা হলোঁ।" মোৰ কথা শুনি বুঢ়াই লাহেকৈ কলে, "তুমি জানো জ্ঞানী লোকে কোৱা শুনা নাই যে দৌৰি দৌৰি অক্ষম হৈ পৰাতকৈ লাহে লাহে যোৱাটো ভাল। কোনো কামতে লৰা-লৰি নকৰি ইয়াক লাহে লাহে কৰা উচিত।"

লক্ষ্য স্থান যদি      পাব খোজা ভাই
চলা ধীৰে সদা      উটৰ গতিৰে ;
[illegible] বায়ু বেগে      দৌৰাৰ নিচিনা
দেহৰ শক্তি      হেৰাব অচিৰে।

— ৮ —

( ১২৭ )

আমাৰ দলত এটি কম বয়সীয়া প্ৰফুল্ল যুৱক আছিল। তেওঁৰ আছিল সদায় এখনি প্ৰফুল্ল অন্তৰ আৰু হাঁহি ভৰা মুখ। তেওঁৰ কথাবোৰ যেনেকুৱা মিঠা, ব্যৱহাৰো আছিল তেনেকুৱা আনন্দ দায়ক। তেওঁ ধেমেলীয়া কথাৰে আমাক মুগ্ধ কৰি ৰাখিছিল।

ঘটনাক্ৰমে বহুত দিন তেওঁৰ লগত মোৰ দেখা হোৱা নাছিল। বহুত দিন পিছত যেতিয়া তেওঁৰ লগত মোৰ দেখা হ'ল তেতিয়া দেখিলোঁ যে তেওঁৰ আকৃতি-প্ৰকৃতি যেন একেবাৰেই সলনি হৈ গৈছে। তেওঁৰ মুখৰ সেই মধুৰ হাঁহি, অন্তৰৰ সেই প্ৰফুল্লতা, আনন্দদায়ক ব্যৱহাৰ আদি সকলোবোৰ যেন তেনেই নাইকিয়া হৈছে। তেওঁক যেন এটি বিমৰ্ষ ভাবে আচ্ছন্ন কৰি পেলাইছে। তেওঁৰ এই অৱস্থা দেখি অতি দুখিত ভাবে মই তেওঁক কলোঁ, "তোমাৰ এনেকুৱা

( ১০৯ )

অৱস্থা কিয় হ'ল ? তোমাৰ সেই স্ফূৰ্ত্তি আনন্দ উল্লাস, আদি কলৈ গ'ল ? তুমি এনেকুৱা বিমৰ্ষ হলা কিয় ?"

মোৰ কথাৰ তেওঁ লাহেকৈ উত্তৰ দি কলে, "ভাই, মোৰ আৰু সেই আগৰ দিন নাই। বয়স হৈছে, বিয়া কৰাইছোঁ, সন্তান আদি হৈছে। সংসাৰৰ গধুৰ বোজা এতিয়া মোৰ মূৰৰ ওপৰত। এতিয়া জানো মোৰ আগৰ দৰে ধেমালি কথা শোভা পায় ? বয়সৰ লগে লগে মানুহৰ আনন্দ, তামাচা, স্ফূৰ্ত্তি আদি সকলোবোৰ লয় পায়।"

যৌৱন যেতিয়া যায়হি এবাৰ –
আহে জানো ঘূৰি পুনৰায় ভাই ?
পানী যদি বই যায় ভটীয়াই
আহে জানো ঘূৰি নদীলৈ উজাই ?

চুলি যদি পকি যায় বগা হই
হব পাৰে ক'লা লগালে কলপ ;
কয় যদি কুঁজা দেহটি তোমাৰ
কিহেৰেনো পোন কৰিবা অলপ।

— x —

( ১২৮ )

যৌৱনৰ অহঙ্কাৰত মত্ত হৈ এদিন মই মোৰ মাক মূৰ্খ-লোকৰ দৰে বৰ কৰ্কশ ভাষাৰে টান কথা কৈছিলোঁ। তেতিয়া তেওঁ মনৰ দুখত ঘৰৰ এটি কোণত বহি কান্দি কান্দি মোক কৈছিল, "শৈশৱৰ কথা বোধ হয় তুমি পাহৰি গৈছা। সেয়েহে মোৰ লগত এনেকুৱা কঠোৰ ব্যৱহাৰ কৰিবলৈ তুমি অলপো কুণ্ঠিত নহলা।"

সেহত শক্তি নাছিল যেতিয়া
মাতৃৰ কোলাত পালা কত সুখ

( ১১০ )

কিয় আজি তুমি সেই মাতৃৰ
পাহৰি মৰম দিয়া মনে দুখ ?

— x —

( ১২৯ )

এজন ধনী লোক বৰ কৃপণ আছিল। এবাৰ তেওঁৰ পুত্ৰেকৰ বৰ ডাঙৰ বেমাৰ হ'ল। তেওঁৰ এজন বন্ধুৱে তেওঁক পৰামৰ্শ দিলে যে লৰাটিৰ বেমাৰ আৰোগ্যৰ কাৰণে হয়তো কোৰ্‌আন শৰীফ খতম দিলে নাইবা এটি কোৰবাণী ( উৎসৰ্গ ) কৰিলে ভাল হয়। এই কথা শুনি কৃপন লোকটিয়ে কোৰবাণীৰ পৰিবৰ্ত্তে কোৰাণ শৰীফ খতম দিয়াটোকে পছন্দ কৰিলে। কাৰণ, কোৰ্‌আন খতমত একো খৰচ নহয়, কিন্তু কোৰবাণীত টকা খৰচ কৰিলে অন্তৰত বৰ আঘাত লাগে।

খোদাৰ উপাসনাত নাই লোকচান ;
ধন বহু খৰচত কাটি যায় প্ৰাণ।

— x —

( ১৩০ )

এজন বুঢ়াৰ পত্নী বিয়োগ হোৱাত তেওঁৰ এজন বন্ধুৱে কলে, আপুনি আকৌ বিয়া কৰাওক। আপোনাৰ এতিয়াও বয়স আছে। বিয়ালৈ আপোনাৰ ইমান অনিচ্ছা কিয় ? "বুঢ়াই লাহেকৈ মাত দি কলে, "কোনো বুঢ়ী তিৰোতাক বিয়া কৰাবলৈ মোৰ ইচ্ছা নাই। ইদিনে এইটোও ঠিক যে কোনো যুৱতী ছোৱালীয়েও মোৰ নিচিনা বুঢ়াক পছন্দ নকৰিব। গতিকে পুনৰায় বিয়া কৰাটো মোৰ পক্ষে সুবিধা সম্ভাৱনৰ নহব।"

বিবাহ কৰিবা বুলি নিজৰ শকতি ;
কেৱল টকাত খুচি নহয় যুৱতী।

— x —

# ৭ম অধ্যায়।

## শিক্ষাৰ প্ৰভাৱ।

[ ১৩১ ]

একজন উজীৰৰ পুতেক একান্ত নিৰ্বোধ আৰু স্মৰণ শক্তি হীন আছিল। উজীৰে তাক শিক্ষাৰ কাৰণে একজন বিখ্যাত জ্ঞানী আৰু বিদ্বান লোকৰ ওচৰলৈ পঠালে। সেই জ্ঞানী লোকজনে বহু দিনলৈ যথা সাধ্য চেষ্টা কৰিলে; কিন্তু উজীৰৰ পুতেকৰ শিক্ষা বিষয়ত মুঠেই উন্নতি দেখা নাপালে। অৱশেষত নিৰাশ হৈ এদিন তেওঁ উজীৰক কলে, "আপোনাৰ লৰাটিক ইমান দিনে যথ সাধ্য চেষ্টা কৰিও জ্ঞানীতো কৰিব নোৱাৰিলোঁৱেই, বৰং সি মোক পগলা কৰি পেলালে। কাৰণ বেয়া লোহাৰ দ্বাৰা কোনো প্ৰকাৰেই ভাল অস্ত্ৰ তৈয়াৰ কৰাটো সম্ভৱপৰ নহয়।"

| | |
|---|---|
| যোৱা যদি কুকুৰক | সমুদ্ৰ পানীতো; |
| অপবিত্ৰতা তাৰ | খুচে কিহিতো। |
| গাধক মক্কালৈ যদি | আনে কোনোবাই; |
| নকয় কোনেও তাক | হাজী বুলি ভাই। |

— x —

[ ১৩২ ]

একজন জ্ঞানী লোকে তেওঁৰ পুতেকক অনেক সময়ত এইদৰে উপদেশ দিছিল, "বোপা! তুমি বিদ্যা শিক্ষা কৰা। সংসাৰৰ ধন সম্পদৰ ওপৰত মুঠেই নিৰ্ভৰ কৰা যাবাৰ। ধন সম্পদে অনেক সময়ত বিপদ-আপদ মাতি আনে। ইয়াক চোৰে চুৰি কৰি আৰু ডকাইতে ডকাইতি কৰি নিয়ে। অনেক সময়ত দেখা যায় অল্পতে কলত প্ৰচুৰ ধনবান লোকো পথৰ ভিখাৰী হৈ গৈছে। কিন্তু

( ১১২ )

যিয়ে বিদ্যা শিক্ষা কৰিছে তেওঁৰ কোনো চিন্তা নাই। কাৰণ বিদ্যা এনেকুৱা এটি অতুলনীয় সম্পদ যে ই আত্মাৰ লগত চিৰদিন জড়িত থাকে। ই কেতিয়াও নষ্ট নহয়। বিদ্যান লোকক সকলোৱে সন্মান আৰু সমাদৰ কৰে। অবিদ্যান লোকৰ কতো আদৰ নাই।”

লাগিলে ভীষণ ৰণ দেশত এবাৰ ;
ধনী দুখী সকলোৱে হয় একাকাৰ।

কুবেৰৰ পুত্ৰ কত ফকিৰ হৈ যায় ;
দেশৰ নেতৃত্ব কিন্তু বিদ্যানেহে পায়।

— x —

( ১৩৩ )

এজন বিশিষ্ট বিদ্যান লোকে এজন বাদচাহৰ পুতেকক পঢ়াইছিল। তেওঁৰ ওচৰত আৰু অনেক লৰাই পঢ়িছিল। তেওঁ সেই লৰাবোৰতকৈ বাদচাহৰ লৰাটিক বেছি শাসন কৰিছিল। অনেক সময়ত তাক প্ৰহাৰ কৰিবলৈও ত্ৰুটি কৰা নাছিল। এদিন শিক্ষকৰ মাৰ খাই লৰাটোৱে তাৰ পিতাকৰ ওচৰত শিক্ষকৰ বিৰুদ্ধে গোচৰ দিলে আৰু তাৰ জখম হোৱা ঠাইৰ পৰা কাপোৰ গুচাই জখমবোৰ পিতাকক দেখুৱালে।

বাদচাই পুতেকৰ গাত মাৰৰ চিন দেখি বৰ দুখিত হ'ল আৰু শিক্ষকক মতাই নি এনেকুৱা নিঠুৰ প্ৰহাৰৰ কাৰণ সুধিলে। শিক্ষকে কলে, "সাধাৰণ লোকৰ শিশুতকৈ ৰাজ পুত্ৰসকলৰ শিক্ষা বেছি নিৰ্দোষ আৰু উন্নত হোৱাটো আৱশ্যক ; কাৰণ, ইহঁতে ভৱিষ্যতে যি কৰে বা যি কৰিব সেইটো সমস্ত জনসমাজৰ এটা লেখত-লব লগীয়া বিষয় হব আৰু সকলোৱে ইহঁতৰ কাম কাজবোৰ অনুকৰণ কৰিব। সেই কাৰণে সকলো বিষয়তে ইহঁত সমাজৰ আদৰ্শ স্থানীয় হোৱাটো একান্ত আৱশ্যক। আদৰ্শ চৰিত্ৰ গঢ়ি তুলিবলৈ

( ১১৬ )

হলে আদর্শ শাসনব অনেক সময়ত প্রয়োজন হয়।"

শত দোষো যদি    থাকে কাহিবাব
নপবে ত্রুটিও    আনব চকুত;
এটি দোষ যদি    কবে সম্রাটে
দেশে দেশে উটো    বিয়পে বহুত।

পণ্ডিতে বাদচাহব চবিত্র গঠনব দিশে বেছি মনোনিবেশ কবাটো শিক্ষকব কর্ত্তব্য। শৈশব কালত শাসন নকবিলে ভবিষ্যতত চবিত্র গঠন কবাটো সম্ভাৱপব নহয়।

শৈশব কালত    যিবোব লবাই
গুরুব শাসন    নোৱাবে সহিব;
সিবোব লবাই    গোটেই জীৱন
বহু নির্য্যাতন    লাগেহি ভুগিব।

শিক্ষকব যুক্তিপূর্ণ উত্তবত বাদচাহে বব সন্তোষ পালে আৰু তেওঁক প্রচুব পবিমাণে ধন সম্পদ দান কবিলে। লগে লগে তেওঁব পদ মর্য্যাদাও অধিক পবিমাণে বাঢ়িল।

— x —

( ১৩৪ )

মবকো দেশত মই এজন শিক্ষক দেখিছিলোঁ। তেওঁব শাসন বব গুরুতব আছিল। তেওঁক স্কুলব ছাত্র-ছাত্রী সকলে যমব দিচিনা দেখিছিল। ছাত্র-ছাত্রীসকল তেওঁব কঠোব শাসনত অতিষ্ঠ হৈ উঠিল। স্থানীয় লোকসকলে এইবোব দেখি তেওঁক বিদায় দিলে আৰু তেওঁব ঠাইত আন এজন কোমল প্রকৃতিব লোকক শিক্ষক হিচাবে নিযুক্তি কবিলে।

এই শিক্ষকজনব স্বভাব আছিল আগব শিক্ষক জনাব সম্পূর্ণ বিপৰীত। তেওঁ কাকো কোনো টান কথা নকয়। পঢ়িবলৈ তেওঁ এনে ভাৱ বাক্যহ দি সকলোবে বুজি পালে। ছাত্র-ছাত্রীসকলে তেওঁক পাই বব আনন্দ পালে। [illegible]

সিহঁতৰ তৈয়ত্যা বাঢ়ি গ'ল। সিহঁতে পঢ়া-শুনা বাদ দি খেল-ধেমালি আমোদ-প্ৰমোদ, আদিত সময় কটাবলৈ ধৰিলে।

দুসপ্তাহ পিছত মই তালৈ গৈ দেখিলোঁ যে সেই 'ভাল মানুহ' নাম পোৱা শিক্ষকজন তাত নাই। আগৰ শিক্ষকজনে তাত কাম কৰি আছে। ইয়াৰ কাৰণ কি বুলি মই সোধাত এজন জ্ঞানী অভিজ্ঞ বৃদ্ধ লোকে মোক কলে,—

শিক্ষকৰ ভয় যদি নাথাকে অন্তৰে ;
নকৰিব লগা কাম বজাৰত কৰে।

দেখোঁ কত সুমধুৰ পিতৃৰ বচন ;
তাতোকৈ বেছি ভাল গুৰুৰ শাসন।

— x —

[ ১০৫ ]

এজন ধাৰ্ম্মিক লোকৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰকে ঘটনাক্ৰমে বিপুল সম্পত্তিৰ অধিকাৰী হৈছিল। তাৰ চৰিত্ৰ সিমান ভাল নাছিল ; গতিকে সি নানা ৰকম ভোগ-বিলাসত গা ধাৰি দিলে। সুৰা পান, ব্যাভিচাৰ, আদি কোনো পাপ কাম সি বাদ নিদিলে। দিনে-ৰাতি সি তাৰ লগৰীয়া সকলক লৈ পাপ কামত মত্ত হৈ থাকিল। এনেকুৱা কোনো এটি পাপ কাম নাছিল যিটো সি কৰা নাছিল। এইদৰে সি দিনে ৰাতি তাৰ দুৰ্য্যোধন কাণ্ডৰে তাৰ পৈতৃক সম্পত্তি উৰাবলৈ আৰম্ভ কৰিলে।

এদিন মই তাক উপদেশ দি কলোঁ, "বোপা! তুমি অলপ ভাবি-চিন্তি খৰচ কৰিবা। যাৰ যেনি আয়, সিহে তেনি খৰচ কৰিব পাৰে। যেনেকুৱা উপাৰ্জ্জনৰ পথ নাথাকিলে সাঁচি থোৱা ধন-দৌলত অলপ দিনৰ ভিতৰতে শেষ হৈ যায় ; কেতিয়া তুমি দুখত পৰিবা আৰু অকূল সমুদ্ৰত তুমি কূল নাই পাবা। গতিকে তুমি এইবোৰ আমোদ-প্ৰমোদ ত্যাগ কৰা।"

পাহাৰৰ পৰা যদি — নাহে পানী বই;
দেখিবা নদীৰ পানী — যাব শেষ হই।

সি তেতিয়া আমোদ-প্ৰমোদত বিভোল। মোৰ কথালৈ সি কাণ নিদিলে। বৰং মোৰ কথাৰ প্ৰতিবাদ কৰি সি কলে, "ভৱিষ্যতৰ কথা ভাবি বৰ্ত্তমানৰ সুখ শান্তি নষ্ট কৰাটো কোনো জ্ঞানী লোকৰ কাম নহয়।"

দানী বুলি যাৰ নাম — হইছে প্ৰচাৰ
নহয় কমোৱা ব্যয় — সমুচিত তাৰ।

যেতিয়া দেখিলোঁ যে মোৰ উপদেশ তাৰ কোনো কামত নালাগিল, তেতিয়া মই জ্ঞানী লোকৰ পন্থা অৱলম্বন কৰি মনে মনে থাকিলোঁ। কিছু দিন যোৱাৰ পিছত দেখিলোঁ যে মই যিটো ভাবিছিলোঁ ঠিক সেইটোৱে হ'ল। সি ঘৰে ঘৰে ভিক্ষা মাগি ফুৰিছে আৰু ফটা-ছিটা কাপোৰ পিন্ধি কোনো ৰকমে সি তাৰ লাজ নিবাৰণ কৰিছে। তাৰ তেনেকুৱা দুৰ্দ্দশা দেখি মই মনত বৰ দুখ পালোঁ। তাক তিৰস্কাৰ কৰি তাৰ কটা ঘাত লোণ ছিটাবলৈ মই ইচ্ছা নকৰিলোঁ। মই নিজকে নিজে কলোঁ,—

মূৰ্খ যিজন — ধনৰ গৌৰৱে
থাকি মত্ত হৈ — সুখৰ নিৰত;
নাভাবি কদাপি — দিন দিন তাৰ
নাবাৰ ইদৰে — আহে বিপদত।

দুয়ো হাতে যিয়ে — দিয়েছি উৰাই
ধন দৌলত — আহ বিলাসত;
দেখিবাহি তাক — হৈ সৰ্ব্বহাৰা
পৰিব অচিৰে — তীক্ষ্ণ দুখত।

— ✖ —

[ ১৩৬ ]

এজন বাদচাই তেওঁৰ পুত্ৰেকক বিদ্যা শিক্ষাৰ কাৰণে এজন সুদক্ষ শিক্ষকৰ ওচৰলৈ পঠাইছিল। বাদচাই শিক্ষকক কৈছিল, "আপুনি তাক এনেকুৱা ভাৱে চাব যেন সি আপোনাৰহে পুত্ৰ।" ৰাজ কোঁৱৰে এবছৰ বিদ্যা শিক্ষা কৰিলে, কিন্তু আশানুৰূপ কোনো ফল নহল। ৰাজ কোঁৱৰে কোনো বিদ্যাকে শিকিব নোৱাৰিলে। বাদচাই বিৰক্ত হৈ এদিন সেই সুদক্ষ শিক্ষক জনক তিৰস্কাৰ সুৰত কলে, "আপোনাৰ ওচৰত মই যেনেকুৱা আশা কৰিছিলোঁ। আপুনি সেই বিষয়ে একো কৰা নাই। আপুনি নিজৰ কথা ঠিক ৰাখিব নোৱাৰি অতি অকৃতজ্ঞৰ পৰিচয় দিছে।"

শিক্ষক জনে উত্তৰ দি কলে, "মহাৰাজে এইটো ভালদৰে জানে যে সকলোকে একেৰকম শিক্ষাকে দিয়া হয়, কিন্তু শিক্ষাৰ্থী সকলৰ অন্তৰ একেৰকম নহয়। এজন শিক্ষকে সকলো ছাত্ৰকে একে সময়তে একে শিক্ষা দিলেও সকলো ছাত্ৰই এই শিক্ষাৰ দ্বাৰা সমানে উপকৃত নহয়।

একে বৰষুণ আকাশৰ পৰা
সকলো তৰুৰ ওপৰত পৰে ;
তথাপিও দেখো সকলো গছতে
একে ফল ফুল কদাপি নধৰে।

x —

[ ১৩৭ ]

এজন জ্ঞানী পীৰৰ বহুত শিষ্য আছিল। তেওঁ সেই শিষ্য সকলক এইদৰে কৈছিল, "মানুহে যিদৰে আগ্ৰহ আন্তৰিকতাৰে সৈতে জীৱিকা বিচাৰে তেওঁলোকে যদি জীৱিকা দাতা খোদাক সেইদৰে বিচাৰিলে হেঁতেন তেতিয়া হলে তেওঁলোকৰ গৌৰৱে ফেৰেস্তা ( সৰগৰ দেৱতা ) সকলকো অতিক্ৰম কৰিলেহেঁতেন।

আছিলা যেতিয়া মাতৃৰ উদৰে
অলৰ অচৰ অসহায় ভাই ;
তেতিয়াও দেখোঁ কদাপি তোমাক
পাহৰা নাছিল দয়ালু খোদায় ।

দিছিল পৰাণ দিছিল গিয়ান
দিছিল সকলো কত আদৰত ;
অশেষ যতনে বচাই তোমাক
ৰাখিছিল তেওঁ সেই সময়ত ।

দিলে শৰীৰত ইমান ধুনীয়া
মনোমোহা তেওঁ ৰূপটি তোমাৰ ;
ভাবুক হৃদয় দিলেছি তোমাক
কৰিলে তেৱেঁই মনটি উদাৰ ।

দিনে-ৰাতি সদা কেৰা নিৰ্বোধ
ভাবিছানো কিয় ইমানকৈ তুমি ;
কেনেকৈনো বাক তোমাক এৰিয়া
পাহৰিব তেওঁ হই অন্তৰ্য্যামী ।

—x—

[ ১৩৮ ]

আবৰৰ একজন লোকে নিজৰ পুতেকক কৈছিল, "তোমাৰ ভিতৰত কি কি গুণ আছে পৰকালত সেই বিষয়ে লক্ষ্য কৰা হব। তোমাৰ পিতাৰ', আতায়েৰা, আদি কোন আছিল কোনেও সেইবোৰ লক্ষ্য নকৰিব। মানুহে নিজৰ গুণ অনুযায়ীহে সকলো ঠাইতে লোকৰ আদৰ সন্মান পায়।"

কা'বাৰ লগত আছে বহু দিন
ক'লা পাথৰটি যুগ যুগ ধৰি ;

সৌৱেহে ইয়াক চুমা দিয়ে লোকে
ধৰাৰ বুকুত সমাদৰ কৰি।

সঙ্গীৰ প্ৰভাৱ পৰে যাককৈয়ে
সকলো লোকৰ সদা ওপৰত;
মহৎ লোকৰ লগত থাকিল
হয়হি মহৎ এই জগতত।

— ×

[ ১৩৯ ]

প্ৰাণী বিজ্ঞান কিতাপত লিখা আছে যে বিছাই আন আন প্ৰাণীৰ দৰে জন্ম গ্ৰহণ নকৰে। ইহঁতে মাতৃ গৰ্ভতে হৃষ্ট-পুষ্ট হৈ মাতৃৰ পেট কালি ওলাই আহে আৰু হাবি জঙ্গলত লুকাই থাকে। হত ভাগিনী মাক তেতিয়াই মৰি যাই। আমি যিবোৰ চচ্‌ৰা বাহিৰত পৰি থকা দেখোঁ সেইবোৰ মৃত জননীৰ দেহৰ চচ্‌ৰা।

এদিনাখন মই এজন জ্ঞানী লোকৰ লগত এই বিষয়ে আলোচনা কৰাত তেওঁ মোক কলে যে এইটো প্ৰকৃতিৰে এটা শিকিবলগীয়া ব্যৱস্থা। কাৰণ, ল'ৰা-ছোৱালী বিলাকে বাল্য কালত নিজৰ পিতৃ-মাতৃৰ লগত যেনেকুৱা ব্যৱহাৰ কৰে ডাঙৰ হলে সিহঁতেও নিজৰ সন্তানৰ পৰা তেনেকুৱা ব্যৱহাৰ পায়। সিহঁতে যিদৰে নিজৰ মাতৃৰ পেট ফালিছিল সেইদৰে সিহঁতৰ পোৱালি বোৰেও সিহঁতৰ পেট ফালি উপযুক্ত প্ৰতিফল প্ৰদান কৰিব।

কৈছিল এজন পিতাকে নিজৰ
প্ৰিয় পুতেকক মৰণ কালত;
এই উপদেশ নুভুলিবা বোপা
ৰাখিবা ইয়াক সদায় মনত।

নাৰাচে যিজনে প্ৰীতি ভালপোৱা
নিজৰ লোকক এই জগতত;

জ্ঞানী লোকে তাক নাথাচে মৰম
তাৰ পৰা তুমি থাকিবা দূৰত।

—x—

[ ১৪০ ]

এজন দুখীয়া দৰবেশৰ কোনো সন্তান-সন্ততি নাছিল। তেওঁ সদায় আল্লাৰ ওচৰত সন্তান কামনা কৰিছিল। এবাৰ তেওঁ সঙ্কল্প কৰিলে, "খোদায়ে যদি মোক এটি পুত্ৰ সন্তান দিয়ে, মই এই পিন্ধি থকা পোচাকটিৰ বাহিৰে মোৰ যিমানবোৰ বস্তু আছে সকলোবোৰ দুখীয়া-নিছলাক দান কৰি দিম।" আল্লাৰ অনুগ্ৰহত কিছু দিনৰ ভিতৰতে তেওঁৰ এটি পুত্ৰ সন্তান জন্মিল। দৰবেশে তেওঁৰ সঙ্কল্প অনুযায়ী তেওঁৰ সকলোবোৰ বস্তু দুখীয়া-নিছলাক দান কৰিলে আৰু তেওঁলোকক তৃপ্তি পলুৱাই আহাৰ খুৱালে।

এই ঘটনাৰ অনেক দিন পিছত মই টিৰিয়া ভ্ৰমণ কৰি নিজৰ দেশলৈ উভতি আহিলোঁ। মই সেই দৰবেশজন থকা ঠাইলৈ গৈ জানিব পাৰিলোঁ তেওঁ জেলত আছে। এইটো শুনি মই বৰ দুখিত হৈ কলোঁ, "এইটো কেনেকুৱা কথা! তেওঁৰ নিচিনা এনে-কুৱা সৎলোকে এনেকুৱা কি দোষ কৰিলে যাৰ বাবে তেওঁৰ জেল হ'ল।" সকলোৱে কলে, "তেওঁৰ পুতেকে মদ খাই মৰা-মৰি কৰিছে আৰু এজন মানুহক হত্যা কৰি কৰবালৈ পলাই গৈছে। তাক ধৰিব নোৱাৰি চৰকাৰে তাৰ পৰিবৰ্ত্তে তাৰ পিতাকক জেলত আবদ্ধ কৰি নানা ৰকম শাস্তি দিছে। উদ্দেশ্য হৈছে এইযে অচামীয়ে হয়তো এইটো শুনিলে আপোনা-আপুনি ধৰা দিব।"

তেতিয়া মই এটা দীঘল হুমুনিয়াহ কাঢ়ি কলোঁ, "দৰবেশে খোদাতকৈ বেছি জনাটো দেখুৱাবলৈ গৈ এই বিপদ নিজে মাতি আনিছে।"

এনেৰ কালত জননীয়ে যদি
ধৰেহি এনেৰ সাপ এটি ভাই;

কুপুত্ৰত কৈই — শত গুণে ভাল
কয় জ্ঞানী লোকে, — সন্দেহ নাই ।

—x—

[ ১৪১ ]

সাধাৰণতে পোন্ধৰ বছৰত ল'ৰা বয়োপ্ৰাপ্ত হয় । কিন্তু যিয়ে নিজৰ প্ৰবৃত্তিক বিবেকৰ অনুগত কৰিব নোৱাৰে আৰু যিয়ে আল্লাত সম্পূৰ্ণ ৰকমে আত্ম সমৰ্পন কৰিবলৈ সক্ষম নহয় তাৰ চল্লিশ বছৰ বয়স হলেও জ্ঞানী লোকে তাক বয়োপ্ৰাপ্ত হোৱা বুলি নকয় ।

যদিও মানুহ — লভেছি জনম
অতি নিকৃষ্ট — বস্তুৰ পৰাই ;
তৌটেই জগত — হই নত শিৰ
পৰে আছি তাৰ — চৰণত ভাই ।

প্ৰবীন হলেও — দয়া ক্ষমা গুণ
নাথাকে যদিহে — মানৱ হিয়াত ;
জানিখা সততে — মানুহ নামৰ
উপযোগী তেওঁ — নহয় ইয়াত ।

—x—

[ ১৪২ ]

এদিনাখন হাজীসকলৰ এটা দল বাস্তাইদি খোজ কাঢ়ি গৈ আছিল । মইও তেওঁলোকৰ লগত আছিলোঁ । এনেতে তেওঁলোকৰ মাজত ভীষণ কাজিয়া আৰম্ভ হ'ল । লাহে লাহে এই কাজিয়াখন ইমান বাঢ়িল যে তেওঁলোকৰ ইজনে সিজনক আঘাত কৰিবলৈও কুণ্ঠিত নহল । তেওঁলোকে ৰাগতে আনকি নিজৰ মনুষ্যত্বও বিসৰ্জন দিলে ।

সেই সময়ত এজন ভদ্ৰলোক তেওঁলোকৰ ওচৰেদি উটত উঠি গৈ আছিল । তেওঁ হাজীসকলৰ এনেকুৱা কাণ্ড দেখি তেওঁৰ লগৰীয়া

জনক কলে, "মই শতৰঞ্জ খেলাত দেখিছোঁ যে পিয়াদাই যেতিয়া নিজৰ ঘৰৰ পৰা ওলাই আহি উজীৰৰ ঘৰ পায় তেতিয়া সিও উজীৰৰ ক্ষমতা আৰু গৌৰৱ লাভ কৰে। কিন্তু অতি আচৰিত বিষয় যে এই হাজীৰ দলটো ইমান দূৰ আহি খোদাৰ ঘৰ কা'বা শৰিফ পাইছে, তথাপি এওঁলোকৰ অৱস্থাৰ কোনো উন্নতি হোৱা নাই, বৰং এওঁলোকে বেছি দুষ্ট আৰু জঘন্য প্ৰকৃতিহে লাভ কৰিছে।"

আনৰ মনত দিব লই দুখ
যিজন হাজীৰ নাই কোনো ভয়;
কওঁ মই তাক অতি নীচ বুলি
হাজী বুলি তাক কোনেও নকয়।

— x —

[ ১২৩ ]

এজন মানুহৰ এটি বৰ মৰমৰ পুতেকৰ মৃত্যু হৈছিল। তেওঁ এজন জ্ঞানী লোকক সুধিলে যে তাৰ কবৰৰ ওপৰত কোৰ্‌আন শৰিফৰ এটি বাক্য লিখি থোৱা জানো উচিত হব? জ্ঞানী লোক জনে উত্তৰ দি কলে, "এনেকুৱা ঠাইত কোৰ্‌আন শৰিফৰ বাক্য লিখা উচিত নহয়। কাৰণ, ইয়াৰ দ্বাৰাই ভবিষ্যতে তাৰ সন্মান ৰক্ষা কৰিব পৰাটো সম্ভৱপৰ নহব। যদি কিবা লিখিব খোজা হেতেন্তে এই কথাটি যথেষ্ট বুলি মই ভাবোঁ,—

বসন্ত কালৰ পুষ্প কাননত
নতুন মাধুৰী উঠেহি উথলি;
মধুৰ ভাবৰ আবেগে তেতিয়া
মন-প্ৰাণ মোৰ থাকেহি উজলি।

অতি যতনেৰে বধা নেই মোৰ
যাব মাটি হই ধৰাৰ ভিতৰে;
কিন্তু ভিতৰৰ গুণৰ মাধুৰী
থাকিব উজলি মাটিৰ ওপৰে।

( ১২২ )

মানুহৰ ভিতৰৰ আত্মিক সৌন্দর্য্য কেতিয়াও নষ্ট নহয়। দেহ লয় হোৱাৰ লগে লগে ই কেৱল ৰূপান্তৰহে হয়।

— x —

( ১৪৪ )

এজন মানুহৰ চকুত অত্যন্ত বেদনা হোৱাত তেওঁ চিকিৎসাৰ কাৰণে এজন পশু চিকিৎসকৰ ওচৰত উপস্থিত হ'ল। পশু চিকিৎসক জনে পশুৰ চকুত দিবলৈ থোৱা ঔষধকে তেওঁৰ চকুত দিলে। তাৰ ফলত তেওঁ অন্ধ হৈ গ'ল। তেওঁ মনৰ দুখতে সেই পশু চিকিৎসক জনৰ বিৰুদ্ধে কাজীৰ ( বিচাৰকৰ ) ওচৰত গোচৰ দিলে। কাজীয়ে দুয়ো পক্ষৰ সকলোবোৰ কথা শুনি পশু চিকিৎসক জনক নিৰ্দোষী বুলি কৈ খালাচ দিলে। তেওঁ এই দৰে ৰায় লিখিলে, "ফৰিয়াদী নিজেই এজন গাধ। গাধ নহ'লে তেওঁ মানুহৰ চিকিৎসাৰ কাৰণে পশু চিকিৎসকৰ ওচৰত উপস্থিত নহ'লহেঁতেন। পশুৰ চকুত পশুৰ ঔষধ প্ৰয়োগ কৰা হৈছে। গতিকে পশু চিকিৎসকৰ ইয়াত কোনো দোষ হোৱা নাই।"

যদি কোনো লোক নহয় অভিজ্ঞ
তাক যদি কাম কৰাহি প্ৰদান ;
তাৰ বাবে তুমি জানিবা নিশ্চয়
সহিব লাগিব বহু লোকচান।

— x —

[ ১৪৫ ]

এজন ধনী মানুহে তেওঁৰ লগুৱা এটাক হাত-ভৰি বান্ধি ধৰকৈ মাৰ-পিট কৰিছিল। এজন ধাৰ্মিক লোকে এইটো দেখি ধনী মানুহ জনক কলে, "বোপা! মহা পৰাক্ৰমী আল্লাই দয়া কৰি আপোনাৰে নিচিনা তেওঁৰ এজন দাসক আপোনাৰ অধিন কৰি দিছে। তাৰ বাবে আপুনি আল্লাৰ প্ৰতি কৃতজ্ঞ হৈ তাক ক্ষমা

কৰক। এইদৰে মিছাতে মাৰ পিট কৰিলে কিয়ামতৰ (শেষ বিচাৰৰ) দিনা তাৰ বাবে আপুনি লুজ্জিত আৰু অনুতপ্ত হব লাগিব।"

পৰম দয়ালু খোদাৰ কৃপাত
তোমাৰ সেৱক হুইছে যিজনা ;
কদাপিও তুমি তাৰ হৃদয়ত
নিদিবা নিদিবা দুখ যন্ত্ৰণা।

সামান্য টকাৰ বিনিময়ে তুমি
লভিছা প্ৰভুত্ব তাৰ ওপৰত ;
আছে মহা প্ৰভু তোমাৰ ওপৰে
দিবলৈ শাস্তি ৰাখিবা মনত।

—x—

[ ১৪৬ ]

হজৰত ৰচুল কৰিম (ছঃ) এ তেওঁৰ হাদিছত কৈছে যে, শেষ বিচাৰৰ দিনাখন যদি দাস বেহেস্তলৈ (স্বৰ্গলৈ) যায় আৰু তাৰ মালিক দোজখলৈ (নৰকলৈ) যায় তেন্তে মালিকৰ পক্ষে এইটো আটাইতকৈ দুখ আৰু আক্ষেপৰ কাৰণ হব।

নহবা কঠোৰ কদাপিও কেবা
অধীন জনৰ তুমি ওপৰত ;
দিয়া যদি দুখ অধীন জনক
পাবা তাৰ ফল শেষ বিচাৰত।

মালিকক শাস্তি দাসক মুক্তি
যদি পৰকালে দিয়েছি খোদাই ;
কেতিয়াও সিটো নেদেখাব তাক
হোৱা এতিয়াই সাৱধান ভাই।

—x—

[ ১৪৭ ]

এবাৰ খোৰচান দেশৰ বল্‌খ চহৰৰ পৰা মই কেইজনমান চিৰিয়া বাসীৰ লগত একেলগে আহি আছিলোঁ। ৰাস্তাত দস্যু ডকাইতৰ ভয় আছিল। এজন ওখ আৰু বৰ শক্তিশালী যুৱক আহি আমাৰ লগ লাগিল। তাক দেখিলে অনুমান হয় যে দহ জন বীৰ পুৰুষেও তাক বলে নোৱাৰিব। তাৰ লগত ঢাল, তৰোৱাল তীৰ, ধেনু, আদি যাবতীয় অস্ত্ৰও আছিল। কিন্তু সেইবোৰ থাকিলে কি হব, যুদ্ধ বিগ্ৰহৰ কোনো অভিজ্ঞতা তাৰ নাই।

আমি একেলগে গৈ থাকোতে এদিনাখন হঠাতে দুজন দস্যু আহি আমাক আক্ৰমণ কৰিলে। সিহঁতৰ এজনৰ হাতত এডাল লাঠি আৰু আন জনৰ হাতত কেইটামান পাথৰ আছিল। আমাৰ লগত-যোৱা সেই যুৱক জনে সেইটো দেখি প্ৰাণৰ ভয়ত দৌৰি পলাল। চাই দেখিলোঁ যে যুৱকজনৰ হাতৰ পৰা ঢাল, তৰোৱাল, তীৰ, ধেনু আদি সকলোবোৰ মাটিত পৰি গ'ল। আমি নিৰুপায় হৈ আমাৰ লগত থকা সকলোবোৰ বস্তু দস্যু দুজনক দি কোনো ৰকমে প্ৰাণ ৰক্ষা কৰিলোঁ।

| | |
|---|---|
| বহু অভিজ্ঞতা | আছে যাৰ লগে |
| দিবা তাক কাম | বীৰ পুৰুষৰ ; |
| বিজ্ঞ চিকাৰীৰ | কুটাল কৌশলে |
| ধৰা পৰে ভাই | বাঘ ভয়ঙ্কৰ। |

— x —

[ ১৪৮ ]

এদিন মই এজন বিখ্যাত ধনী মানুহৰ লৰাক দেখিছিলোঁ যে সি পিতাকৰ কবৰৰ মূৰৰ কাষে বহি তাৰ এজন লগৰীয়াৰ লগত তৰ্ক কৰিছিল। সি বাল্য সুলভ সৰলভাবে কৈছিল, "মোৰ পিতাৰ মৃত দেহ যিটো বাকচত ৰখা হৈছে সেইটো অতি মূল্যবান

পাথৰেৰে নিৰ্মিত আৰু তেওঁৰ বিছনা মাৰ্বল পাথৰেৰে সুন্দৰ ভাবে সজ্জিত কৰা হৈছে। তোমাৰ পিতাৰাৰ কবৰত কি আছে? তাত দেখোন কেই টুকুৰামান ইটা আৰু অলপ মাটিৰ বাহিৰে আন একো নাই।" তেতিয়া সেই দুখীয়া লৰাটিয়ে মাত দি কলে, "তোমাৰ পিতাৰা সেই মূল্যবান পাথৰৰ ভৰত উঠিব পৰা নাই। কিন্তু মোৰ পিতাৰ কবৰৰ ভাৰ বৰ পাতল। গতিকে তেওঁ ইমান দিনে গৈ বেহেস্ত (স্বৰ্গ) পাইছে।"

নাথাকে যদিহে বোজা পাথৰ ওপৰে;
যাব পাৰে সি সহজ সবল গতিৰে।
ধন বিত্তাবত যিয়ে আসক্ত নহয়;
মৰণ কালত তাৰ নাই কোনো ভয়।

—x—

[ ১৪৯ ]

হজৰত ৰছুল কৰিম (দঃ) এ হাদিছত কৈছে, "তোমাৰ দুয়ো কাষে তোমাৰ আটাইতকৈ ডাঙৰ শত্ৰু আছে।" এদিন বহু একজন জ্ঞানী লোকক এই হাদিছটোৰ ব্যাখ্যা সুধিছিলো। তেওঁ উত্তৰ দি কলে, "মানুহৰ কু-প্ৰবৃত্তি হৈছে আটাইতকৈ ডাঙৰ শত্ৰু। আন শত্ৰুৰ লগত সদ্ব্যৱহাৰ কৰিলে নাইবা তাৰ মনত সন্তোষ দিলে সি বন্ধুত পৰিণত হয়। কিন্তু মানুহৰ কু-প্ৰবৃত্তিৰ যিমানেই অনুসৰণ কৰা যায় সি সিমানেই বেছি শত্ৰু হৈ পৰে।"

সংযম আৰু সাধনাৰ বলে
পৃথিৱীত নৰ ফেৰেস্তা হয়;
বেছি যায় যিয়ে পশুৰ নিচিনা
পশুৰ নিচিনা ব্যৱহাৰ হয়।

শত্ৰুৰ কথা জনা যদি তুমি
শত্ৰু দুই সি নাথাকে তোমায়;

প্ৰবৃত্তিৰ কথা শুনা যদি তুমি
দুগুণ শত্ৰুতা বাঢ়ি যায় তাৰ।

# শেখ ছাদীৰ তৰ্ক যুদ্ধ।

## ধনী আৰু দুখীয়া।

( ১৫০ )

এদিন এখন সভাত মই এজন মানুহ দেখিছিলোঁ। তেওঁৰ বাহিৰৰ বেশটি আছিল দৰবেশৰ দৰে, কিন্তু চৰিত্ৰ আছিল তাৰ বিপৰীত। তেওঁ প্ৰত্যেক কথাতে ধনী লোক সকলৰ নিন্দা কৰিছিল আৰু তীব্ৰ ভাবে তেওঁলোকক উপহাস কৰিছিল। তেওঁ ইমাখিনি কৈছিল যে দুখীয়া লোকসকলে অভাৱৰ কাৰণে একোকে কৰিব নোৱাৰে। আনপিনে ধনী লোকসকলৰ কিবা এটা কৰিবলৈ প্ৰবৃত্তিয়ে নাই।

যাৰ আছে দয়া ভাই টকা তাৰ নাই :
ধনীৰ হৃদয়ে নাই কৰুণাৰ ঠাই।

মই অনেক সময়ত ধনী লোকক সকলৰ অৰ্থৰ দ্বাৰা প্ৰতি-পালিত। গতিকে এইবোৰ কথা মোৰ ভাল নালাগিল। তেওঁৰ মন্তব্যবোৰ কঠোৰ যেন অনুমান হ'ল। মই তেওঁক কলোঁ, "বন্ধু! তুমি ধনী লোকসকলৰ ইমান নিন্দা নকৰিবা। অনেক সময়ত তেওঁ-লোক দুখীয়া লোকসকলৰ জীৱিকাৰ হেতু। যি সকলে নিৰ্জনে বহি আল্লাৰ সাধনাত জীৱন-নিৰ্বাহ কৰিছে ধনী লোকসকলৰ ওচৰতহে আছে তেওঁলোকৰ ধনৰ ভঁৰাল। তেওঁলোক হৈছে হাজী, পথিক, দুখীয়া, নিছলা, আদি লোকসকলৰ আশ্ৰয়ৰ স্থান। যেতিয়া দেশত কোনো গুৰুতৰ কাম উপস্থিত হয় তেতিয়া তেওঁলোকেহে তাৰ ভাৰ গ্ৰহণ কৰে। আনৰ কাৰণে তেওঁলোকে দুখ কষ্ট সহ্য কৰে। তেওঁ-লোকৰ অধীনত থকা লোকসকলক শুশ্ৰূষাকৈ তেওঁলোকৰ অনেক আহাৰ নাখায়। ধনী লোকসকলৰ পৰ সহায় নহলে কোনে তাঙৰ

কামেই হব নোৱাৰে। বেছি ভাগ ধৰ্মীয় কাম কৰিবলৈও অৰ্থৰ আৱশ্যক। দুখীয়া লোকসকল ধৰ্মীয় অনেক কাম কৰিবলৈও সমৰ্থ নহয়।

ধনী লোকে দিয়ে দান দক্ষিণাদি
দুখীয়াক কৰে কতনা আদৰ ;
মাথো দুবাকাত নামাজ ব্যতীত
আছে কি সম্বল দুখীয়া জনৰ।

"যদি তুমি দানশীলতাৰ মহত্ত্ব স্বীকাৰ কৰা, যদি তুমি ধীৰ প্ৰশান্ত ভাবে আল্লাৰ উপসনা কৰাৰ উপকাৰিতা স্বীকাৰ কৰা, তেন্তে ধন সম্পদৰ আৱশ্যকতা স্বীকাৰ কৰিবলৈ তুমি বাধ্য। টকা-পইচা, নাথাকিলে দানশীলতা সম্ভৱপৰ নহয়, টকা-পইচা নাথাকিলে মনত শান্তি নাথাকে।"

"পৱিত্ৰ মাল বস্তু, প্ৰশান্ত অন্তঃকৰণ, আল্লাৰ উপাসনাদি, সকলোবোৰেই অৰ্থ সম্পদৰ ওপৰত নিৰ্ভৰ কৰে। ক্ষুধা উদৰত আল্লাৰ উপাসনা কমতা ক'ৰ পৰা আহিব ? খালি হাতৰ দ্বাৰা মনুষ্যত্বৰ কোনো কামেই সম্ভৱপৰ নহয়। ভবি দুখন আবদ্ধ হৈ থাকিলে কোনো দিনে খোজাটো সম্ভৱপৰ নহয়। পেটত ভোক থাকিলে কোনো কাম হব নোৱাৰে। বাত্তিপুৱা আহাৰৰ ব্যৱস্থা যাৰ নাথাকে ৰাত্তি তাৰ টোপনি নহয়।"

ঘৰত যদিহে নাথাকে চাউল
গোটেই ৰাত্তিটো টোপনি নহয় ;
দিনৰাই গাঁচে ভবিষ্যত লই
সিকাৰণে তাৰ অভাৱ নহয়।

"অনাহাৰে থাকিলে মনত শান্তি থাকিব নোৱাৰে, অভাৱত থাকিলে মনৰ স্থিৰতা সম্ভৱপৰ নহয়। যিয়ে পৰম শান্তি আৰু তৃপ্তিৰে লৈতে বাতিৰ উপাসনাত প্ৰবৃত্ত হয় তেওঁৰ লগত যিয়ে আহাৰৰ অভাৱত বাত্তি মনত দুখ কৰি বহি থাকে তাৰ তুলনা হব নোৱাৰে।"

পাবে এক মনে মাতিব খোদাক
পেটৰ যোগাৰ, আছে ঘৰে যাৰ ;
ঠিক নাই যাৰ খাব কি পিছত
বয় অস্থিৰ সদা মন তাৰ ।

"এতেকে এইটো বুজা যায় যে ধনী সকলৰ উপাসনা সহজে আল্লাৰ ওচৰত মঞ্জুৰ হয়। কাৰণ, তেওঁলোকে এক মনে এক ধ্যানে আৰু একাগ্ৰ চিত্তে আল্লাক মাতিব পাৰে। দুখীয়া সকলৰ দৰে তেওঁলোকৰ অন্তৰ অভাৱৰ তাড়নাত সদায় পীড়িত আৰু জৰ্জৰিত নহয়। হদিছত আছে যে অভাৱে ইহকাল আৰু পৰকালত মানুহৰ শৰীৰ ক'লা কৰি পেলায়।"

মোৰ কথাত বাধা দি দৰবেশজনে কৈ উঠিল, "তুমি অৱশ্যে হজৰতৰ এইটো হদিছো শুনিছা, কিন্তু তেওঁ যে কৈছে দৰিদ্ৰতাই আমাৰ গৌৰৱ— এই হাদিছটো জানো তুমি শুনা নাই ?" মই কলোঁ, "যিসকল মহাপ্ৰাণ লোকে সদায় সন্তোষ মনেৰে থাকে আৰু যিসকলে বিপদত ধৈৰ্য্যচ্যুত নহয় তেওঁলোকৰ কাৰণেহে দৰিদ্ৰতা গৌৰৱৰ বস্তু। কিন্তু যিসকলে দৰবেশৰ পোছাক পিন্ধে, অথচ আনৰ দুৱাৰে দুৱাৰে ভিক্ষা কৰিবলৈ লাজ নাপায় তেওঁলোকৰ কাৰণে দৰিদ্ৰতা কেতিয়াও গৌৰৱৰ বস্তু হব নোৱাৰে।

ঢোলৰ বিদৰে আৱাজেই সাৰ
ভিতৰত তাৰ একোৱেই নাই ;
তোমাৰ নিচিনা ছুফীও সিদৰে
মই বৰ ভাবে থাকে সৰ্বদায়।

যদিহে মানুহ হোৱা হেৰা তুমি
সুখুজিবা একো কাৰো ওচৰত ;
নাই একো পুণ্য জপিলে মিছাকে
হাজাৰ দানাৰ মালা লৈ হাতত।

বিজন ফকিৰৰ ভিতৰত আধ্যাত্মিক সাধনা নাই আৰু যিয়ে প্ৰকৃত তত্ত্ব জ্ঞান লাভ কৰিব পৰা নাই তেওঁ প্ৰবৃত্তিৰ অনুগত হৈ থাকে। অনেক সময়ত তেওঁ লোভৰ বশীভূত হৈ ধৰ্ম-বিৰুদ্ধ কাম কৰে। আনকি নাস্তিক হৈ যোৱাও তেওঁৰ কাৰণে অসম্ভৱ নহয়। সেই কাৰণে হদিছত আছে যে ফকিৰী নাস্তিকতাৰ নিচেই ওচৰ। টকা নাথাকিলে বস্ত্ৰহীনক বস্ত্ৰ দিব নোৱাৰি আৰু বন্দীক মুক্ত কৰিব নোৱাৰি। বন্ধু-বান্ধৱ আৰু আত্মীয় স্বজনক সহায় কৰিবলৈ হলে আৰু তেওঁলোকৰ সৰ্বাঙ্গীন উন্নতি সাধন কৰিবলৈ হলে অৰ্থৰ আৱশ্যক। দান কৰোতাৰ হাত সদায় দান গ্ৰহণকাৰীৰ হাতৰ ওপৰত থাকে। আনৰ পৰা কিবা গ্ৰহণ কৰিলেই মুৰ আপোনা আপুনি দো-খাই যায়। অৰ্থ সম্পদৰ মূল্য সদায় আছে। তুমি নাজানানে যে আল্লাই কোৰআনত কৈছে, "তেওঁ পৰকালত সৎলোক সকলৰ কাৰণে বেহেস্তত (স্বৰ্গৰ বাগানত) নানা ৰকম বস্তু সাঁচি থৈছে। পৃথিৱীত সকলোৱে সুখ-শান্তি বিচাৰে কাৰণে বেহেস্ত সুখ-শান্তিৰে পৰিপূৰ্ণ।"

পিপাসিত জনে দেখে সপোন নয়নে ;
উঠি আছে পানী যেন গোটেই ভুবনে।

যেতিয়া মই এইবোৰ কথা কৈছিলোঁ তেতিয়া দৰবেশ জনে ধৈৰ্যচ্যুত হৈ কলে, "তুমি ধনী লোকসকলৰ প্ৰশংসা এইদৰে কৰিছা যে শুনিলে অনুমান হয় যেন তেওঁলোক সকলো প্ৰকাৰ শোক-তাপ বিনাশক একোটা মূল্যবান পাথৰ। পৃথিৱীৰ সমস্ত লোকৰ জীৱিকাৰ চাবি যেন তেওঁলোকৰ হাতত। তুমি সেই অহংকাৰী লোকসকলৰ গোলাম হৈ পৰিছা। সেই দুৰ্ভগীয়া লোকসকলে নিজকে বৰ ডাঙৰ বুলি ভাবে, প্ৰশংসা নকৰিলে সাধাৰণ মানুহৰ লগত তেওঁলোকে কথাকে নকয়। আনকি তেওঁলোকে কাৰো প্ৰতি দৃষ্টিপাতো নকৰে। তেওঁলোকে আলেম (জ্ঞানী লোক) সকলক ভিক্ষুক বুলি উপহাস কৰে। ফকিৰ সকলক অভাৱৰ কাৰণে বিদ্ৰুপ কৰে, তেওঁলোকে ধনৰ গৌৰৱত মত্ত হৈ থাকে, সভাত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰে আনকি

আনৰ ওচৰত ভদ্ৰতা বা শিষ্টাচাৰ দেখুৱাবলৈও তেওঁলোকৰ অভ্যাস নাই। তেওঁলোক অহঙ্কাৰী। কেৱল টকা থাকিলেই লোকে ডাঙৰ মানুহ হব নোৱাৰে। তেওঁলোকে নাজানে যে জ্ঞানী লোকসকলে কৈ গৈছে, "যাৰ কেৱল ধন সম্পদ আছে, কিন্তু আল্লাৰ পথত সাধনা নাই, তেওঁ দেখাত ডাঙৰ মানুহ হলেও প্ৰকৃত পক্ষে তেওঁ অতি ক্ষুদ্ৰ, অতি নীচ।"

ধনৰ গৌৰবে যিজন অবোধে
জ্ঞানী জনক কৰে অপমান ;
গাধ সেইজন জানিবা নিশ্চয়
নৰকে অচিৰে হব তাৰ স্থান।

মই কলোঁ, 'তুমি তেওঁলোকৰ এইদৰে নিন্দা নকৰিবা। তেওঁলোক দাতা, তেওঁলোক দানশীল।" তেওঁ মোক বাধা দি কলে, "নহয়, নহয়, তেওঁলোক অৰ্থৰ দাস। মেঘে যদি বৰষুণ নিদিয়ে, বেলিয়ে যদি পোহৰ নিদিয়ে, বায়ু গতিৰে যোৱা ঘোঁৰাই যদি এখোজো আগ নাবাঢ়ে তেন্তে সেইবোৰৰ পৰা একো লাভ নাই। ধনীসকলে খোদাৰ উদ্দেশ্যে একো কামেই নকৰে। তোষামোদ আৰু স্বাৰ্থ সিদ্ধিৰ আশা য'ত নাই তাত তেওঁলোকে এটি পইচাও দান নকৰে। তেওঁলোকে কষ্ট কৰি টকা-পইচা উপাৰ্জন কৰে, বৰ যত্ন কৰি সেই-বোৰ ৰাখে আৰু মনৰ আক্ষেপেৰে সেইবোৰ এৰি গুচি যায়। সেইকাৰণে জ্ঞানী লোকে কয়, "কৃপণ যেতিয়া মাটিৰ ভিতৰলৈ যায় তেতিয়াহে তেওঁৰ ধন মাটিৰ ভিতৰৰ পৰা বাহিৰ হয়। দুৰ্ভগীয়াই এটি পইচাও নিজে খৰচ কৰিব নোৱাৰে।"

কত দুখ কৰি কত কষ্ট সহি
পৃথিৱীত ধন সাঁচে এক জনে ;
নকৰাকৈ দুখ নকৰাকৈ কষ্ট
সেইবোৰ ধন লয় আনজনে।

মই কলোঁ, "ধনীসকল দানী নে কৃপণ তুমি কেনেকৈ জানিলা ? এইটো কথা মগনীয়াইহে কব পাৰে যে কোন কিমান দানী আৰু কোন কিমান কৃপণ। যাৰ লোত নাই আৰু যিয়ে কাৰো ওচৰত একোকে নোখোজে তেওঁৰ ওচৰত দানী আৰু কৃপণ সকলো সমান। তুমি বোধ হয় ভিক্ষা পোৱা নাই। সেয়েহে তেওঁলোকৰ ওপৰত তোমাৰ ইমান খং।"

তেওঁ কলে, "নহয়. মই সেইটো অনুমান কৰিহে কৈছোঁ। মই সদায় দেখোঁ যে কিছুমান দয়া-মৰম নথকা প্ৰহৰী তেওঁলোকৰ দুৱাৰত পহৰা দি থাকে। সিহঁতৰ কাৰণে কোনো দুখীয়া অভাৱ-গ্ৰস্ত লোক তেওঁলোকৰ কাষ চাপিব নোৱাৰে। কোনোবাই মালিকৰ লগত দেখা কৰিবলৈ গলে সিহঁতে কয়— ঘৰত নাই, কাৰণ—

নাই যাৰ অন্তৰত মৰম গিয়ান ;
থকা বা নথকা হয় একেই সমান।"

মই কলোঁ, "তোমাৰ কথা সঁচা, সন্দেহ নাই। কিন্তু তেওঁলোকে এইটো কিয় কৰে তুমি জানানে ? মগনীয়াৰ অত্যাচাৰত তেওঁলোকৰ প্ৰাণ ওলাই যাব খোজে আৰু অসংখ্য প্ৰাৰ্থীৰ কৰুণ আৰ্তনাদে আকাশ বিদীৰ্ণ কৰে, গতিকে তেওঁলোকে নিৰুপায় হৈ নিজকে বচাবলৈ দুৱাৰত কঠোৰ পহৰাৰ ব্যৱস্থা কৰিছে।

মৰু বালিবোৰ যদি হয়হি ৰতন ;
তথাপি তেৰ্হে ফকিৰৰ নয়ন পূৰণ।

গোটেই ধৰাৰ ধনেও নোৱাৰে
কৰিব পূৰণ লোভীৰ নয়ন ;
সদা পৰিলেও নিজৰৰ পানী
কুঁৱা কেতিয়াও নহয় পূৰণ।

"এইটো নিশ্চয় জানিবা যে যিসকলে অনন্ত দুখ-কষ্টৰ মাজেদি জীৱন-যাপন কৰিছে সিহঁতে লোভৰ বশীভূত হৈ ডাঙৰ ডাঙৰ পাপ কামত আগবাঢ়ে। ইয়াৰ পৰিণাম যে কিমান ভীষণ হব পাৰে

সেইটো সিহঁতে চিন্তা নকৰে। লোভত মানুহ একেবাৰে কাণ্ডজ্ঞান শূণ্য হৈ পৰে। কোনটো ন্যায়, কোনটো অন্যায় তাৰ বিচাৰ লোভীৰ মনত নাথাকে।'

মাৰা যদি কুকুৰক শিল দলিয়াই ;
অস্থি ভাবি হৰষত উঠিব জুনাই।

থাকে যদি মৃত দেহ তলে কাফনৰ ·
লোভীয়ে কৰে চিন্তা মিঠা আহাৰৰ।

"মই অযথা তর্ক কৰি যুক্তিৰ জটিলতা সৃষ্টি কৰিবলৈ ইচ্ছা নকৰোঁ। তুমি এইটো নিজে ভাবি চাবা যে যিসকলে চুৰি, ডকাইতি কৰি জেলত পৰিছে আৰু নানা ৰকম পাপ কামত নিজকে লিপ্ত কৰিছে সিহঁত অভাৱৰ তাড়নাত সৰ্বস্বান্ত হৈছে। হেৰা দৰবেশ, তুমি জানো সেইবোৰ চিন্তা কৰি চাইছা ? অভাৱৰ সময়ত মানুহৰ হাৰাম হালালৰ ( নিষিদ্ধ আৰু বিধেয় ) জ্ঞান নাথাকে।

ক্ষুধার্ত্ত কুকুৰে পায় যদি মাংস
নাভাবে সি তাক খাবনে নাখাব ;
দজ্জালৰ গাধ বা ছালেহৰ উট
ভেনে ভাব তাৰ মনলৈ নাযাব।

"ভোকত অস্থিৰ হৈ থকা এজন ভিক্ষুকে হাৰাম হালাল ( নিষিদ্ধ আৰু বিধেয় ) নিবিচাৰে ; সন্মুখত যিহকে পায় সি তাকে খাই।

ভোকৰ জ্বালাত লোক জ্ঞান শূণ্য হয় ;
ভিক্ষুকে নকৰে তাই খোদালই ভয়।

"তুমি কৈছিলা যে ধনীসকলে দুখীয়াসকলক তেওঁলোকৰ ঘৰত প্রবেশ কৰিবলৈ নিদিয়ে, দুৱাৰত কঠোৰ পহৰা দিয়াৰ ব্যৱস্থা কৰে। ইয়াৰ কাৰণ কি তুমি জানানে ? হাতেমতায়ী বৰ দানী আছিল। গোটেই জগতে তেওঁৰ দানৰ সুখ্যাতি আছে। তেওঁ হাবিৰ মাজৰ এখন সৰু ঠাইত বাস কৰিছিল। গতিকে তেওঁ

দুখীয়া আৰু ভিক্ষুকসকলৰ অত্যাচাৰ সহ্য কৰিবলগীয়া হোৱা নাছিল। সেই কাৰণে তেওঁ তেওঁৰ দানশীলতা বজাই ৰাখিব পাৰিছিল। যদি তেওঁ কোনোবা এখন জনবহুল চহৰত বাস কৰিলেহেঁতেন তেন্তে তেওঁ দুখীয়া আৰু ভিক্ষুকসকলৰ অত্যাচাৰত থাকিব নোৱাৰি দুদিনতে ঘৰ-বাৰী এৰি পলাব লগীয়া হ'লহেঁতেন। সিহঁতে তেওঁৰ শৰীৰৰ আনকি কাপোৰ-বোৰো ফালি-চিৰি নিলেহেঁতেন। তৈয়াবাত নামেৰে এখন কিতাপত লিখা আছে— এজন দানী লোকে দুখীয়াসকলৰ অত্যাচাৰত হতাশ হৈ কৈছিল, "কাৰবাক কিবা বস্তু ইচ্ছা কৰি দান কৰিলে পুণ্য আশা কৰিব পৰা যায়। কিন্তু এই দুখীয়া ভিক্ষুক-সকলৰ দলটোৱে মোৰ যথা সৰ্বস্ব নিবলৈ আয়োজন কৰিছে। এনেকুৱা ভাবে অনিচ্ছাৰে কিবা বস্তু দান কৰিলে একো পুণ্য নাই। এই দুখীয়া ভিক্ষুকসকলে মোৰ পুণ্য লাভৰ পথ বন্ধ কৰি দিছে। মোৰ পৰা দান পোৱাৰ আশা নকৰিবা। এনেকুৱা দানৰ পৰা একো উপকাৰ নাই।"

ভিক্ষুকৰ দলে নিদিয়ে কদাপি
লভিবলৈ মোক দানৰ পুণ্য ;
কি কৰিম হায় মই নিৰুপায়
নাই আশা মোৰ সকলো শূন্য।

দৰবেশজনে কলে, "নহয়, সেইবোৰ একোৱেই নহয়। ধনী-সকলৰ অৱস্থা চিন্তা কৰিলে তেওঁলোকৰ প্ৰতি মোৰ দয়া হয়। এই দুৰ্ভগীয়াসকলে ইচ্ছা কৰিলে পৰকালৰ কাৰণে বহুতো পুণ্য উপাৰ্জ্জন কৰিব পাৰে ; কিন্তু সেইপিনে তেওঁলোকৰ মন নাই। তেওঁলোকে কেৱল ধন সম্পত্তি আঁকিৰে জীৱন কটায়। তেওঁলোকে ইয়াৰ সদ্ব্যৱহাৰ নকৰে।"

মই কলোঁ, "তোমাৰ দয়া হয় নে হিংসা হয়, সেইটো কোৱা।" আমি দুয়োজনে এইদৰে তৰ্ক কৰি কৰি একেবাৰে আত্মহাৰা হৈ পৰিলোঁ। অৱশেষত দৰবেশজন অপদস্থ হৈ শাৰীৰিক শক্তি প্ৰয়োগৰ

দ্বাৰা তৰ্কৰ মীমাংসা কৰিবলৈ আগ বাঢ়িল। মূৰ্খসকলৰ এইটো দস্তুৰ যে যেতিয়া সিহঁতে যুক্তিৰে বলে নোৱাৰে তেতিয়া সিহঁতে পশু-বল প্ৰয়োগ কৰিবলৈ কুণ্ঠিত নহয়।

দৰবেশজনে তৰ্কত হাৰি মোক গালি পাৰিবলৈ আৰম্ভ কৰিলে। মইও তেওঁক টান কথা শুনাই দিলোঁ। তেওঁ আহি মোৰ ডিঙিত খামোচ মাৰি ধৰিলে। মইও তেওঁৰ মুখত এটি ঘোচা মাৰিলোঁ।

হাহাকাৰ ৰব উঠিল চৌদিশে
দেখি যুদ্ধ সবে হ'ল আচৰিত ;
মনে হয় মোৰ এনুৱা যুদ্ধ
দেখা নাই কেৱে এই পৃথিৱীত।

আমাৰ সেই যুদ্ধ বেছি সময় নচলিল। আমি দুয়োজেনে কাজীৰ ( বিচাৰকৰ ) ওচৰলৈ গলোঁ আৰু আমাৰ তৰ্কৰ মীমাংসা কৰিবলৈ তেওঁক কলোঁ। কাজীজন আছিল মুছলমান, শিক্ষিত আৰু ধাৰ্মিক লোক। তেওঁ ধনী আৰু দুখীয়াৰ গুণাগুণৰ পাৰ্থক্য ভালদৰে জানে। তেওঁ আমাৰ দুয়োজনৰে যুক্তি তৰ্কবোৰ মনোযোগ দি শুনিলে। তাৰ পিছত তেওঁ গভীৰ ভাবে চিন্তা কৰি মোৰ পিনে চাই কলে, "তুমি যে ধনীসকলৰ প্ৰশংসা কৰিছা আৰু দুখীয়াসকলৰ নিন্দা কৰিছা তুমি নিশ্চয় জানিবা যে য'ত ফুল আছে তাত কাইটো আছে, য'ত মদ আছে তাত মাদকতাও আছে, যি ডোখৰ মাটিত গুপ্ত ধন লুকাই থাকে তাৰ ওচৰতে বিষাক্ত সাপো থাকে, যিখন সমুদ্ৰৰ তলত অসংখ্য মুক্তা থাকে সেইখন সমুদ্ৰত মানুহৰ প্ৰাণ নাশক কুম্ভীৰ, ঘঁৰিয়াল আদিও থাকে। জীৱনৰ সকলোবোৰ সুখ আনন্দৰ পিছত মৰণৰ বিষাক্ত দংশন আছে। বেহেস্তৰ চিৰস্থায়ী সুখ শান্তিৰ লগত সংযম, সাধনা আৰু এবাদতৰ ( আল্লাৰ উপাসনাৰ ) দুখ-কষ্ট মিহলি হৈ আছে।

*বিজনে বিচাৰে প্ৰেম কাষত প্ৰিয়াৰ ;*
*সহিব লাগেছি তেওঁ শত অত্যাচাৰ।*

ফুলৰ লগত থাকে কাইট যিদৰে ;
সুখৰ লগত থাকে দুখ সেইদৰে ।

তুমি জানো দেখা নাই যে বাগানত অনেক প্ৰকাৰ গছ থাকে, সেইবোৰৰ কিছুমানে ৰসাল আৰু মিঠা ফল প্ৰদান কৰে আৰু কিছুমান কোনো কামত নালাগে । ধনীসকলৰো অনেকে আল্লাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি তেওঁলোকৰ ধনৰ সদ্ব্যৱহাৰ কৰে আৰু অনেকে অকৃতজ্ঞ হৈ তেওঁলোকৰ ধনৰ দ্বাৰা কাৰো কোনো উপকাৰ নকৰে । দুখীয়াসকলৰো অনেকে ধৈৰ্য্য আৰু সন্তোষ অৱলম্বন কৰি সাধনাৰ পথত আগবাঢ়ে আৰু অনেকে লোভী আৰু ধৈৰ্য্যহীন হৈ জীৱন কটায় । এইটোৱেই জগতৰ সাধাৰণ নিয়ম । খাঁটি মূল্যবান বস্তু জগতত অতি বিৰল ।

যদি কেনেবাকৈ পানীৰ টোপাল
হীৰা মণি মুক্তা হ'লহি হেঁতেন ;
ধৰাত সিবোৰ কড়িৰ নিচিনা
অতি মূল্যহীন দেখিলা হেঁতেন ।

আল্লাৰ মহান দৰবাৰত সেইসকল ধনীৰ আসন অতি উচ্চ, যিসকলৰ স্বভাব চৰিত্ৰ দৰবেশৰ দৰে । আনপক্ষে সেইসকল দৰবেশৰ মূল্য অতি বেছি যিসকলৰ মনৰ বল ধনীসকলতকৈও কোনো গুণে কম নহয় । সেইসকল ধনীলোক আটাইতকৈ শ্ৰেষ্ঠ যি সকলে দুখীয়াৰ চিন্তাত অংশ গ্ৰহণ কৰে । আনপক্ষে সেইসকল দুখীয়া লোক শ্ৰেষ্ঠ যিসকলে ধনীৰ মুখাপেক্ষী নহয় । আল্লাই কোৰ্‌আনত কৈছে, "যিয়ে আল্লাক জীৱিকা দাতা বুলি বিশ্বাস কৰিছে তেওঁৱেই তাৰ কাৰণে যথেষ্ট ।"

তাৰ পিছত কাজী চাহেবে দৰবেশজনৰ পিনে চাই কলে, "তুমি যে কৈছা যে ধনীসকলে ধন-সম্পত্তিৰ মোহত পৰি আল্লাক পাহৰি যায়, তেওঁলোকে আল্লাৰ উপাসনা নকৰে । পাৰ্থিব বস্তুবোৰত মত্ত হৈ থাকে, ধৰ্ম বিৰুদ্ধ নানা পাপ কামত লিপ্ত হৈ পৰে, সদায়

আমোদ-প্ৰমোদত সময় নষ্ট কৰে, এইবোৰ কথা অনেক ধনীলোকৰ ক্ষেত্ৰত সঁচা, ইয়াত সন্দেহ নাই। এই শ্ৰেণীৰ ধনীসকল আল্লাৰ দানত কৃতজ্ঞ নহয়। তেওঁলোকে টকা-পইচা অতি যত্নেৰে সাঁচি থয়, নিজে একো খৰচ নকৰে আৰু কাকো এটি পইচাও দান নকৰে। আল্লাই নকৰক যদি অনাবৃষ্টি, অতি বৃষ্টি আদিৰ দ্বাৰা দেশত দুৰ্ভিক্ষও হয় তথাপি তেওঁলোকৰ বিলাস-বাসনাৰ মাত্ৰা অলপো নকমে আৰু তেওঁলোকে অনাহাৰে মৰা লোকসকলৰ কাৰণে অলপো দুখ প্ৰকাশ নকৰে। তেওঁলোকে আল্লাক অলপো ভয় নকৰে। বৰং তেওঁ-লোকে ধেমালিৰ সুৰত কয়, -

অভাৱত ধৰ যদি হই যায় ক্ষয়;
তাৰ বাবে কদাপিও নাই মোৰ ভয়।
পানীত ডুবেৰি যদি গোটেই সংসাৰ;
আমন্দে ভাহে হাঁহ ভয় নাই তাৰ।

এক শ্ৰেণীৰ ধনী লোক এই প্ৰকাৰ। আনপক্ষে এনেকুৱা ধনীলোকো বহুত আছে, যিসকলে সদায় দুখীয়া সকলৰ কাৰণে দুৱাৰ মুকলি কৰি ৰাখে। তেওঁলোকৰ দানৰ দ্বাৰা দুখীয়া লোক-সকলৰ অন্তৰৰ বেদনা আঁতৰি যায়। তেওঁলোকৰ দানৰ দ্বাৰা জগতত অপাৰ কীৰ্তি অৰ্জন কৰে। তেওঁলোকে ইহকাল আৰু পৰকালত অসীম সুখ আৰু সৌভাগ্য লাভ কৰে।"

কাজী চাহেবে এনেকুৱা ভাবে বক্তৃতা দিলে আৰু এনেকুৱা যুক্তি দেখুৱালে যে মই দেখি আচৰিত হলোঁ! মই নীৰৱে তেওঁৰ সিদ্ধান্ত মূৰ পাতি ললোঁ। তাৰ পিছত মই সেই দৰবেশজনৰ লগত সন্ধি কৰিলোঁ আৰু আমাৰ বন্ধুত্বৰ বান্ধ সুদৃঢ় কৰি লৈ আমাৰ তৰ্ক যুদ্ধখন শেষ কৰিলোঁ।

হেৰা দৰবেশ - এনেকুৱা ভাবে
দিছিবাহি দোষ ভাগ্যক তোমাৰ;

মৰা যদি তুমি এনেকুৱা ভাবে
অদৃষ্ট তোমাৰ ঘোৰ অন্ধকাৰ।

ধন সম্পদ হেৰা ধনীজন
দিয়ে যদি তব দয়ালু খোদাই ;
খাই দান কৰি কৰিবা সফল
ইহকাল আৰু পৰকাল ভাই।

— × —

# অষ্টম অধ্যায়।

## জ্ঞান আৰু উপদেশ।

[ ১৫১ ]

জীৱনৰ সুখ-শান্তিৰ কাৰণেহে অৰ্থৰ প্ৰয়োজন। অৰ্থ সঞ্চয় কৰাটো আমাৰ উদ্দেশ্য নহয়। এজন ধনীলোকক সোধা হৈছিল যে ভাগ্যবান কোন আৰু দুৰ্ভগীয়া কোন? তেওঁ উত্তৰ দি কৈছিল, "সেইজন লোক ভাগ্যবান যিয়ে নিজে অৰ্থ সম্পদ ভোগ কৰি গ'ল আৰু ইয়াৰ দ্বাৰা পৰকালৰ কাৰণে পুণ্য উপাৰ্জন কৰিলে। আন পক্ষে যিয়ে নিজেও ভোগ নকৰিলে আৰু সেই অৱস্থাতে সংসাৰৰ পৰা গুচি গ'ল তেওঁহে দুৰ্ভগীয়া।

যিজন কৃপনে মাত্ৰ কৰিলে সঞ্চয় ;
জানাজা নামাজ তাৰ উচিত নহয়।

— × —

[ ১৫২ ]

জগতত কাৰুণ অদ্বিতীয় ধনী আৰু কৃপণ আছিল। হজৰত মুছা (আঃ)এ তেওঁক অনেক সদুপদেশ দি কৈছিল, "আল্লাই তোমাক যিদৰে ধন সম্পদ দি অনুগ্ৰহ কৰিছে তুমিও সেইদৰে

( ১৭৮ )

মানুহৰ প্রতি অনুগ্রহ কৰিবা।” কাৰনে হজৰত মুছা ( আঃ ) ৰ উপদেশ গ্রাহ্য নকৰিলে। তাৰ পৰিণাম কি হৈছিল এইটো অৱশ্যে সকলোৱে জানে।

টকা-পইচাৰে ঘিয়ে নকৰে সুকাম ;
টকাৰ নিচাত তেওঁ ভোগে পৰিণাম।

যেনেকুৱা দয়া কৰে খোদাই তোমাক :
তেনেকুৱা দয়া তুমি কৰিবা সবাক।

ইহকাল পৰকালে কল্যাণ হব ;
মানৱ সমাজে তেহে তব নাম ৰব।

— × —

( ১৫৭ )

আৰব দেশত এটি প্রবাদ আছে— তুমি দান কৰিবা আৰু আনৰ উপকাৰ কৰিবা ; কিন্তু প্রতিদান বা প্রতি উপকাৰ আশা নকৰিবা। যদি তুমি সেইটো কৰা তেন্তে সেই সৎ কামৰ সুফল লাভৰ পৰা তুমি বঞ্চিত হবা।

কৰা যদি দান নিজৰ হাতেৰে
উপকাৰ যদি সাধাহি আনৰ ;
গছজোপা তাৰ মেলি শাখাবোৰ
উঠে ওপৰলৈ দূৰ আকাশৰ।

যদি তাৰ বাবে প্রতিদান আশা
জাগে কেনেবাকৈ মনত তোমাৰ ;
হেৰা নির্বোধ নিজৰ হাতেৰে
মূলে যেন তাৰ মাৰিলা কুঠাৰ।

—×—

[ ১৫৪ ]

দুই শ্ৰেণীৰ মানুহ ভুল পথত দেখা যায়। প্ৰথম শ্ৰেণী হৈছে যিসকলে বহুত কষ্ট কৰি টকা পইচা সাঁচে, তাৰ কৃপণতা কৰি সদ্ব্যৱহাৰ নকৰে। দ্বিতীয় শ্ৰেণী হৈছে যিসকলে বহুত চেষ্টা আৰু পৰিশ্ৰম কৰি বিদ্যা আৰ্জে, কিন্তু সেই বিদ্যা অনুপাতে সৎ কামত আত্মনিয়োগ নকৰে।

যিমানে বিদ্বান হোৱা হেৰা তুমি
মূৰ্খ তুমি যদি নচলা সিদৰে ;
নহয় বিদ্বান কিতাপৰ বোজা
থাকিলে কদাপি গাধৰ ওপৰে।

— x —

[ ১৫৫ ]

ধৰ্মৰ উন্নতি আৰু গৌৰৱ বঢ়াবৰ কাৰণেহে ধৰ্মীয় শিক্ষাৰ প্ৰয়োজন, পাৰ্থিৱ উন্নতিৰ কাৰণে বা ধন উপাৰ্জনৰ কাৰণে নহয়।

সংসাৰৰ বাবে বিকিলে যিজনে
বিভু আৰাধনা সাধনা বিদ্যাক ;
পৰিষ্কাৰ ভাবে নিজৰ হাতেৰে
দিলে যেন পুৰি তেওঁৰ সবাক।

যিজন শিক্ষিত লোক ধাৰ্মিক নহয় তেওঁ বন্তি ধাৰণকাৰী এজন অন্ধৰ দৰে। তেওঁৰ বিদ্যাৰ পোহৰত আনে সুপথ লয়, কিন্তু তেওঁ নিজে ইয়াৰ দ্বাৰা মুঠেই উপকৃত নহয়।

— x —

[ ১৫৬ ]

জ্ঞানীসকল হৈছে দেশৰ সৌন্দৰ্য্য স্বৰূপ। সংযমশীল আৰু ধাৰ্মিক লোকসকলৰ দ্বাৰাইহে ধৰ্মৰ পূৰ্ণ গৌৰৱ সাধিত হয়। কিতাপ

লিখা উপদেশবোৰ বা বিধি ব্যৱস্থাবোৰৰ দ্বাৰা নহয়। যিসকল লোক প্ৰকৃততে জ্ঞানী, তেওঁলোকৰ বাদচাহৰ ওচৰলৈ যাবলৈ কোনো প্ৰয়োজন নহয়; কিন্তু জ্ঞানী লোকসকলৰ সহায় নহলে বাদচাহে চলিব নোৱাৰে। দেশৰ সুপৰিচালনাৰ কাৰণে তেওঁ সদায় জ্ঞানী লোকসকলৰ মুখাপেক্ষী হয়।

যদি উপদেশ শুনা তুমি মোৰ
হেৰা বাদচাহ জানিবা সতত;
ইয়াৰ নিচিনা ভাল উপদেশ
নাপাবা কদাপি এই জগতত।

জ্ঞানীৰ বাহিৰে আনৰ হাতত
ৰাজ কাম তুমি নিদিবা পেলাই;
যদিও চাকৰি কৰে সেইজনে
যাৰ জ্ঞান বুদ্ধি লেশ মাত্ৰ নাই।

— x —

[ ১৫৭ ]

তিনিটা বস্তুৰ অস্তিত্ব তিনিটা বস্তুৰ ওপৰত নিৰ্ভৰ কৰে। অৰ্থৰ ব্যৱহাৰ, বিদ্যা চৰ্চ্চা আৰু ৰাজ শাসন এই তিনিটা বস্তুৰ বাহিৰে আনবোৰ বস্তু কেতিয়াও স্থায়ী হব নোৱাৰে।

কৰা কেতিয়াবা মধুৰ বচন
কৰিবলৈ জয় আনৰ হৃদয়;
কৰা কেতিয়াবা নিষ্ঠুৰ বাণী
চিৰভাৱ দৰে যাতে কাম হয়।

— x —

[ ১৫৮ ]

অসৎ লোকসকলৰ প্ৰতি অনুগ্ৰহ কৰিলে সৎ লোকসকলৰ প্ৰতি হেয় জ্ঞান কৰা হয়, অত্যাচাৰী সকলক ক্ষমা কৰিলে দুখীয়া

লোক সকলৰ প্ৰতি অত্যাচাৰ কৰা হয়।

নীচ জন প্ৰতি যদি হোৱাহি সদয়;
হীনতা বাঢ়িব তাৰ নাই সংশয়।

— x —

[ ১৫৯ ]

তোমালোকে ৰজাৰ ভালপোৱাক যেছি বিশ্বাস নকৰিবা; কাৰণ, যি কোনো মুহূৰ্ত্ততে তেওঁৰ মেজাজ পৰিবৰ্ত্তন হব পাৰে। বালক-বালিকাসকলৰ সুমধুৰ স্বৰ যেছি দিন স্থায়ী হৈ নাথাকে; বয়স বাঢ়ি যোৱাৰ লগে লগে সেই স্বৰ নাইকিয়া হৈ যায়।

ৰজাৰ বন্ধুই ভাল পায় যাক
তাক ভাল পোৱা উচিত নহয়;
পোৱা যদি ভাল সিজন লোকক
বিৰহ দুখত হব দেহ ক্ষয়।

— x —

[ ১৬০ ]

তোমাৰ অতি গোপনীয় কথা আনকি বন্ধুকো নকবা, যদিও তেওঁ তোমাৰ অন্তৰঙ্গ বন্ধু হয়; কাৰণ, ঘটনাক্ৰমে তেওঁ যে কেতিয়াবা তোমাৰ শত্ৰু নহব, তাৰ নিশ্চয়তা কি? আনপক্ষে তোমাৰ শত্ৰুকো তুমি উৎপীড়ন নকৰিবা; কাৰণ, এইটো অসম্ভৱ নহয় যে তেৱেঁা তোমাৰ বন্ধু হব পাৰে।

তোমাৰ কিবা গোপনীয় কথা যদি গোপন ৰাখিবলৈ ইচ্ছা কৰা তেন্তে এইটো কাকো, আনকি বন্ধুকো নকবা; কাৰণ, তোমাৰ বন্ধুৰো অনেক বন্ধু আছে। তেওঁ সিইতক সেইটো কথা কবলৈ কুণ্ঠিত নহব। আকৌ সেই বন্ধুসকলৰো বন্ধু আছে। এইদৰে বন্ধুৰ শিকলি বহুত দীঘল।

নিজৰ গোপন কথা কলেহি আনক;
সেইটোৱে দিব দুখ নিজৰ প্ৰাণক।

সিকাৰণে চুপ থকা ভাল অতিশয় :
নাথাকে গোপন একো জানিবা নিশ্চয় ।

— × —

[ ১৬১ ]

যেতিয়া তোমাৰ শত্রু দুৰ্বল হৈ তোমাৰ অনুগত হয় আৰু তোমাক বন্ধু হিচাবে দেখুৱায়, তেতিয়া তুমি তেওঁৰ বিষয়ে নিশ্চিন্ত নহবা ; বোধহয় তোমাৰ লগত বেছি শত্ৰুতা কৰাটো তেওঁৰ উদ্দেশ্য । বন্ধুসকলৰ বন্ধুত্বৰ ওপৰতেই আনকি নিৰ্ভৰ কৰা নাযায় ; এনেকুৱা অৱস্থাত শত্ৰুৰ চতুৰালিৰ পৰা কি আশা কৰা যাব পাৰে ? বিয়ে সামান্য শত্রু বুলি তুচ্চ জ্ঞান কৰে, তেওঁ সামান্য জুই বুলি যেন অগ্ৰাহ্য কৰিলে । যিদৰে সামান্য জুইৰ দ্বাৰা প্ৰলয় কাণ্ড হব পাৰে সেইদৰে সামান্য শত্ৰুৰেও ভীষণ সৰ্বনাশ ঘটাব পাৰে ।

পাৰা যদি আজি জুই দিয়াহি নুমাই ;
পলমে গোটেই বিশ্ব দিবহি জ্বলাই ।

নিদিবা শত্ৰুক লাই গণিবলৈ কণ ;
পাৰা যদি কৰা নাশ শত্ৰুৰ জীৱন ।

— × —

[ ১৬২ ]

যদি দুজন শত্ৰুৰ মাজত তুমি কথা কব লগীয়া হোৱা তেন্তে তুমি এনেকুৱা ভাবে কথা কৰা যাতে তেওঁলোক পুণৰায় বন্ধুত্বত পৰিণত হলে তুমি লাজ পাব লগীয়া নোহোৱা ।

কৰিবা যেতিয়া কিবা আলোচনা
যুক্তি দেখুৱাই বন্ধুৰ লগত ;
হবা সাৱধান যাতে শত্ৰুকই
নবহে তেতিয়া তোমাৰ কাষত ।

— × —

[ ১৬৩ ]

যদি কোনো এটা কাম কৰাটো তোমাৰ উচিত হয় নে নহয় এইটো ঠিক কৰিব নোৱাৰা তেতিয়া হলে তুমি এনেকুৱা ভাবে কাম কৰিবা, যাতে তুমি ভবিষ্যতত কোনো গোলমালত নপৰা।

কোমল ভাষীৰ জগত সদায়
কোমল ভাষাৰে কৰা আচৰণ;

নকৰিবা যুদ্ধ সিজনৰ লগে
সন্ধি অভিলাষ কৰেছি বিজন।

— x —

[ ১৬৪ ]

অর্থ ব্যয় কৰিলে যেতিয়ালৈকে কোনো এটা কাম সম্পন্ন হব পাৰে, তেতিয়ালৈকে নিজৰ জীৱন বিপন্ন কৰাটো মুঠেই উচিত নহয়। আৰবী ভাষাত এটি প্ৰবাদ আছে— সকলোবোৰ উপায় ব্যৰ্থ হলেহে তুমি তৰোৱাল ধৰিবা।

সকলো উপায় যদি ব্যৰ্থ হই যায়;
তেতিয়া ধৰিবা অস্ত্ৰ হই নিৰুপায়।

— x —

[ ১৬৫ ]

শত্ৰু নিৰুপায় হলে তেওঁৰ প্ৰতি বেছি অনুগ্ৰহ নেদেখুৱাবা। কাৰণ, তেওঁ সুবিধা পালে হয়তো তোমাক তলাই নেৰিব।

যেতিয়া শত্ৰুক তুমি দেখিবা দুৰ্বল;
তেতিয়া নহবা তাই আনন্দে বিহ্বল।

কূট বুদ্ধি খেলে. ক'ত নৰৰ মূৰত;
মানুহক বুজা টান এই জগতত।

— + —

[ ১৬৬ ]

অত্যাচাৰীক হত্যা কৰাটো ৰাজ-শক্তিৰ কৰ্ত্তব্য । তেতিয়া হলে মানুহে তাৰ অত্যাচাৰৰ পৰা ৰাচি থাকিব আৰু সি নিজেও পৰকালৰ শাস্তিৰ পৰা ৰক্ষা পাব ।

অনুগ্ৰহ কৰা ভাল নাই সংশয় ;
সকলোকে কৰা কিন্তু উচিত নহয় ।

সাপক নামাৰা যদি কৰি অনুগ্ৰহ ;
মানুহৰ ওপৰত হব সি নিগ্ৰহ

— x —

( ১৬৭ )

শত্ৰুৱে যদি কিবা পৰামৰ্শ দিয়ে সেইটো মনোযোগ দি শুনা কৰ্ত্তব্য ; কিন্তু সেই অনুযায়ী কৰাটো অন্যায় । সি যেনেকুৱা পৰামৰ্শ দিয়ে তাৰ বিপৰীতে যদি কাম কৰা তুমি হয়তো যথেষ্ট উপকাৰ পাবা ।

শত্ৰুৱে কৰিব যিটো কয়হি তোমাক ;
কৰা যদি সেই মতে হবাহি অবাক ।

দেখুৱালে সোন বাট হৈ বন্ধু জন ,
এৰি তাক আনপিনে কৰিবা গমন ।

— x —

( ১৬৮ )

অতি মাত্ৰা খং প্ৰকাশ কৰাটো অসভ্যৰ পৰিচয় । আন-পক্ষে সকলো সময়তে অধিক কোমলতা আৰু অনুগ্ৰহ দেখুৱালেও তোমাৰ প্ৰতি আনৰ ভয় কমি যাব , সেইটোও উচিত নহয় । সেইকে তুমি মানুহৰ ওপৰত এনেকুৱা কঠোৰ ব্যৱহাৰ নকৰিবা, যাতে সিহঁতে তোমাৰ পৰা একো আশা নকৰে । আনপক্ষে তুমি ইমান কোমলো নহবা, যাতে সিহঁতে তোমাক ভয় নকৰে ।

( ১৬৮ )

কোমলে কঠিনে হয় মধুৰ মিলন ;
প্ৰকৃত কল্যাণ ইটো কৰিবা স্মৰণ ।

কোমল কঠিন যদি হোৱা অতিশয় ;
জ্ঞানীৰ কাৰণে ইটো উচিত নহয় ।

-- x --

( ১৬৯ )

ছুজন লোক দেশ আৰু ধৰ্মৰ শত্ৰু । যিজন বাদচাহৰ ধৈৰ্য্য নাই তেওঁ দেশৰ শত্ৰু, তেওঁৰ দ্বাৰা দেশৰ বহুতো ক্ষতি হয় । আনপক্ষে যিজন দৰবেশৰ ধৰ্মীয় বিদ্যা নাই তেওঁ ধৰ্মৰ শত্ৰু, তেওঁৰ দ্বাৰা ধৰ্মৰ বহুতো ক্ষতি হয় ।

বজাই নামানে যদি, খোদাৰ আদেশ ;
নাথাকে তেওঁৰ যেন অধীনস্থ দেশ ।

-- x --

( ১৭০ )

শত্ৰুৰ প্ৰতি অতি মাত্ৰা ৰাগ কৰি তাক কঠোৰ শাস্তি প্ৰদান কৰাটো বাদচাহৰ কৰ্ত্তব্য নহয় । কাৰণ, অমানুষিক শাস্তি প্ৰদান কৰিলে আনকি বন্ধুসকলো বিৰক্ত হব আৰু তোমাৰ ব্যৱহাৰত হতাশ হব । ক্ৰোধ জুইৰ নিচিনা বস্তু । যিয়ে ক্ৰোধ কৰে পোন প্ৰথমে ই তেওঁক দগ্ধ কৰে । তাৰ পিছত ইয়াৰ শিখা সি আনক স্পৰ্শ কৰিবও পাৰে নকৰিবও পাৰে ।

মাটিৰ পৰাই হেৰা তোমাৰ জনম ;
জুইৰ নিচিনা কিয় হোৱাছি গৰম ?

অহঙ্কাৰ কৰা তব উচিত নহয় :
মাটিৰ নিচিনা হবা সকলো সময় ।

মই বলকান ভূমিৰ এজন সাধকক লগ ধৰি কলোঁ, "হজুৰে আপোনাৰ উপদেশৰ দ্বাৰা মোৰ মূৰ্খতা দূৰ কৰক ।" তেওঁ কলে,

"তুমি জ্ঞান অভিমান সকলোবোৰ পৰিহাৰ কৰি মাটিৰ দৰে সকলোবোৰ সহ্য কৰিবা। তেতিয়াহে তুমি যে মাটিৰ মানুহ এইটো পৰিচয় দিব পাৰিবা।"

— × —

[ ১৭১ ]

চৰিত্ৰহীন লোক সদায় শত্ৰুৰ হাতত পৰে। তেওঁ যলৈকে যাওক নালাগে শত্ৰুৰ হাতৰ পৰা তেওঁ কেতিয়াও ৰক্ষা নাপায়।

চৰিত্ৰ বিহীন লোক কেতিয়াবা
আকাশতো যদি কৰে আৰোহণ ;
তাতো তাৰ নিজ চৰিত্ৰ দোষত
শত্ৰুৰ হাতত হব জ্বালাতন।

— × —

[ ১৭২ ]

শত্ৰুৰ দলবোৰৰ মাজত যেতিয়া তুমি আত্ম বিৰোধ দেখিবা তেতিয়া তেওঁলোকৰ পৰা তোমাৰ কোনো ভয়ৰ কাৰণ নাই। কিন্তু যেতিয়া তেওঁলোকে সকলোবোৰ দলা-দলি ভাব পাহৰি গৈ একতাবদ্ধ হয়, তেতিয়া তুমি সাৱধান হবা। কাৰণ, তেওঁলোকৰ আক্ৰমনত তুমি হয়তো তেতিয়া বিপন্ন হব পাৰা।

যেতিয়া দেখিবা তব শত্ৰু সবে
হাই-কাজিয়াত কটাইছে দিন ;
দিন-ৰাতি তুমি কটাবা হৰষে
হই ইচ্ছাধীন।

কিন্তু যদি তুমি দেখা সিহঁতক
হৈছে এক প্ৰাণ সমৰ ক্ষেত্ৰত ;
নাথাকিবা বহি হই উদাসীন
সুসজ্জিত হই ওলাবা ৰণত।

— × —

[ ১৭৩ ]

শত্রুসকলৰ শত্ৰুতা সাধনৰ সকলোবোৰ কৌশল যেতিয়া ব্যৰ্থ হয় তেতিয়া তেওঁলোকে বন্ধুভাৱ কাৰণে চেষ্টা কৰে। তেতিয়া তেওঁলোকে বন্ধুভাৱ পৰিচয় দিবলৈ এনেকুৱাবোৰ কাম কৰে, যিবোৰ কোনো শত্রুৱে কৰাটো সম্ভৱপৰ নহয়। কিন্তু তেতিয়াও জানিবা যে শত্রুতা সাধন কৰাটোহে তেওঁলোকৰ উদ্দেশ্য। তুমি তেওঁলোকৰ চতুৰালিত ভোল নাযাবা।

সুবিধা চাই বাঘ মাৰিবলৈ শত্রুক পঠাবা। বাঘ মৰিলেও ভাল শত্ৰু মৰিলেও ভাল। সেইটোৱে তোমাৰ লাভ।

ৰণ ক্ষেত্ৰে শত্ৰুক দেখি দুৰ্বল ;
আনন্দ আবেগত নহবা বিহ্বল।

— x —

[ ১৭৪ ]

যিটো সংবাদ দিলে কাৰোবাৰ মনত কষ্টৰ কাৰণ হব পাৰে তুমি তেনেকুৱা সংবাদ কাকো নিদিবা। তেওঁ আন প্ৰকাৰে সেইটো জানিবলৈ পাব।

কুলিয়ে দিয়ে সংবাদ মধু বসন্তৰ ;
ফেচাই দিয়ে মাথোন অশুভ খবৰ।

— x —

[ ১৭৫ ]

কোনোবাই বাদচাহৰ ক্ষতি সাধন কৰিছে বুলি তুমি জানিলেও সেইটো বাদচাহক নকনোৱাটোৱেই ভাল। কাৰণ, তেওঁ হয়তো তোমাৰ কথা বিশ্বাস নকৰিব। তেতিয়া তুমি ভীষণ বিপদত পৰিবা। যদি তুমি এইটো ভালদৰে বুজা যে বাদচাই নিশ্চয় তোমাৰ কথা বিশ্বাস কৰিব তেতিয়া হলে তুমি জনাব পাৰা।

তেতিয়াহে কথা কোৱা উচিত তোমাৰ ;
যেতিয়া সেই কথাত হব উপকাৰ।

সুকথাই মানুহৰ　　গৌৰৱ বঢায় ;
কুকথাই মানুহৰ　　আপদ ঘটায় ।

— x —

( ১৭৬ )

যিয়ে স্বেচ্ছাচাৰী লোকক উপদেশ দিবলৈ যায় তেওঁৰহে উপদেশ লাভৰ প্ৰয়োজন আছে ।

শত্ৰুৰ চক্ৰান্তৰ প্ৰতি সাৱধান হবা । চাটুকাৰ লোকৰ কথাৰ দ্বাৰা প্ৰবঞ্চিত নহবা । প্ৰথম জনে তোমাক ধৰিবলৈ জাল পাতিছে আৰু দ্বিতীয় জনে তোমাৰ পৰা কিছু আদায় কৰি নিবলৈ মত্‌লব্‌ কৰিছে, সেইটো মনত ৰাখিবা ।

নিৰ্বোধ লোকে আত্ম প্ৰশংসা শুনি নিজকে পাহৰি যায় আৰু নিজৰ বিচাৰ শক্তি লোপ পায় ।

শত্ৰুই তোমাৰ　　শত গুণ গায়
কৰেহি প্ৰশংসা　　হই চাটুকাৰ ;
সুপুৰোষা যদি　　এদিন কামনা
সহস্ৰ নিন্দা　　কৰিব তোমাৰ ।

— x —

( ১৭৭ )

প্ৰত্যেকজন মানুহে নিজৰ জ্ঞানক পূৰ্ণ আৰু নিৰ্দোষ আৰু নিজৰ সন্তানক অতি সুন্দৰ বুলি ভাবে ।

যদিও সমস্ত ধৰা　　জ্ঞান শূন্য হয় ;
জ্ঞান গৰ্বে থাকে ভৰি　　সবাৰো হৃদয় ।

— x —

( ১৭৮ )

অহঙ্কাৰ মানুহে এখন পাটীত বহি মীৰৰে আহাৰ খাব পাৰে ; কিন্তু দুটা কুকুৰে কাজিয়া নকৰাকৈ এটা মৃত দেহো খাব নোৱাৰে ।

গোটেই জগতৰ ধন সম্পত্তি পালেও লোভী লোকৰ আশা-আকাংক্ষা পূৰ্ণ নহয় ; কিন্তু অলপতে তুষ্ট হোৱা লোক এজনে এখন কটী পালেই পৰম আনন্দিত হয়। জ্ঞানী সকলে কয়, "ধনীয়ে অসীম ধন সম্পদ পাইও সুখী হব নোৱাৰে ; কিন্তু দুখীয়াই অলপতে তুষ্ট হৈ মনত প্ৰকৃত সুখ-শান্তি ভোগ কৰে।

আধা খনি কটী শুকান হলেও
পাৰে পূৰাবলৈ শূণ্য উদৰ ;
গোটেই বিশ্বৰ ধন সম্পদেও
নোৱাৰে পূৰাব ক্ষুধা নয়নৰ।

— x —

[ ১৭৯ ]

যিয়ে শক্তি সামৰ্থ্য থকা স্বত্বেও ভাল কাম নকৰে, বৰং আনৰ প্ৰতি অন্যায় কৰে ; তেওঁ অলপ সময়ৰ ভিতৰতে চৰম দুখত পৰে।

অত্যাচাৰী সম ভবে নাই দুৰ্ভগীয়া ;
বিপদৰ দিনে হয় তেনেই বলিয়া।

— x —

[ ১৮০ ]

লাহে ধীৰে কৰা কাম ভাল হয় ; ব্যস্ততাৰ কাম অনেক সময়ত নষ্ট হয়।

নিজৰ চকুৰে দেখোঁ খেল পথাৰত ;
দ্ৰুতগামী লোক ৰয় বহুত পিছত।

বায়ুবেগী ঘোঁৰা শেষে হয়হি অক্ষম ;
উটৰ গমনত তাৰ গতি হয় কম।

— x —

[ ১৮১ ]

নিৰ্বোধ নীৰৱে থকাটো ভাল ।, যদি তেওঁ এইটো জানিলে হৈঁতেন তেন্তে তেওঁ কেতিয়াও নিৰ্বোধ হব নোৱাৰে ।

নাভাবি নিচিন্তি যদি কেৱে কথা কয় ;
কথায় কথায় ভুল অৱশ্যেই হয় ।

× —

[ ১৮২ ]

যিয়ে নিজৰ বিদ্যা প্ৰকাশ কৰিবলৈ জ্ঞানী লোকৰ লগত তৰ্ক কৰে তেওঁ নিজৰ বুদ্ধি হীনতাৰহে পৰিচয় দিয়ে ।

জ্ঞানীৰ লগত তৰ্ক উচিত নহয় ,
নীৰৱে থকা উচিত তোমাৰ নিশ্চয় ।

[ ৮৩ ]

যিয়ে অসৎ লগৰীয়াৰ লগত থাকে তেওঁৰ কল্যাণ নহয় ।

ফেৰেস্তা থাকে যদি দৈত্যৰ লগত ,
নিশ্চয় হবহি তেওঁ অতি উদ্ধত ।

কদাপি নকৰে বাঘে পৰ উপকাৰ ;
অসতে নকৰে ভাল বিদিত সংসাৰ ।

— × -

[ ১৮৪ ]

আনৰ গোপন দোষ প্ৰকাশ নকৰিবা । ইয়াৰ দ্বাৰা আনক যিদৰে লাজ দিয়া হব, সেইদৰে তুমিও আনৰ বিশ্বাস আৰু শ্ৰদ্ধা হেৰুৱাবা ।

যিয়ে ধৰ্মীয় শিক্ষা লাভ কৰিলে, কিন্তু সেই মতে কাম নকৰিলে, তেওঁৰ তুলনা হৈছে সেইজন কৃষকৰ লগত, যিয়ে বহুত

কৰি মাটি চাহ কৰিলে, কিন্তু তাত কোনো শস্য নিসিচিলে।

ওৰণিৰে ঢাকি থলে দেখিবলৈ ভাল ;
ওৰণি গুচালে দেখোঁ ওকোন্দা গাল ।

— x —

[ ১৮৫ ]

আটাইবোৰ বাস্তি চবেকাদৰ হোৱা হলে চবেকাদৰৰ কোনো মূল্য নাথাকিলেহেঁতেন ।

সোণ হলে মণি মুক্তা সকলো পাথৰ ;
নহ'লহেঁতেন কতো মণিৰ আদৰ ।

— x —

[ ১৮৬ ]

যাক দেখিবলৈ বৰ ধুনীয়া তেওঁৰ ভিতৰৰ স্বভাব চৰিত্ৰৰ যে তেনেকুৱা ধুনীয়া হব এনেকুৱা কোনো কথা নাই। কাৰ্য্য ক্ষেত্ৰত বাহিৰৰ সৌন্দৰ্য্যৰ কোনো মূল্য নাই। ভিতৰৰ গুণহে আৱশ্যক।

বাহ্যিক ৰূপত যদিহে ভোল যোৱা
সাবধান ভাই থাকিবা সদায় ;
ভাল বুলি ভাবি ভাল পোৱা যাক
হব পাৰে সিও নৰাধম হায় ।

— x —

[ ১৮৭ ]

নিৰ্বোধ অকৰ্মী লোকসকলে জ্ঞানী আৰু গুণী লোকসকলক পছন্দ নকৰে। বজাৰৰ সাধাৰণ কুকুৰে চিকাৰী কুকুৰ দেখিলে দূৰৰ পৰাই ভেউ ভেউ কৰে ; কিন্তু সিহঁতৰ ওচৰ চাপিবলৈ সাহ নকৰে। নিৰ্বোধ আৰু দুৰ্ভগীয়া লোকসকলে সেইদৰে গুণী আৰু জ্ঞানী লোকৰ সন্মুখলৈ গৈ কথা কৰলৈ সাহ নকৰে ; দূৰৰ পৰাই তেওঁলোকৰ নিন্দা কৰি আনন্দ পায় ।

হিংসুক লোকে নকৰে সাহস
সন্মুখলৈ আহি কথা কব লই ;
জ্ঞানী লোকৰ যতে ততে মাথো
অপবাদ ৰতি যায় দূৰ লই ।

— x —

[ ১৮৮ ]

পেটত ভোক নাথাকিলে চিকাৰীৰ ফাগুণ চৰাই নপৰে ; আনপক্ষে চিকাৰীয়েও তেওঁৰ ফান্দ নাপাতিলেহেঁতেন । জ্ঞানী লোকসকলে পলমে পলমে আহাৰ খাই আৰু দৰবেশ সকলে আধাপেটী খাই থাকে । যিসকল কঠোৰ সাধক তেওঁলোকে সেই পৰিমাণে আহাৰ খাই, যাতে কোনো ৰকমে জীৱন ৰক্ষা হয় । যুৱকসকলে যিমানে পায় সিমানে খায় ; তেওঁলোকে খাবলৈ পিচ নোহোকে । বুঢ়া সকলে ঘাম নোলোৱালৈকে খায় থাকে । দুখীয়া মগনীয়াসকলে ইমান বেছি খাই যে পেটত উশাহ লবলৈও স্থান নাথাকে । আনকি সিইঁতে আনবো খাদ্য খাই শেষ কৰি পেলায় ।

পেট পূজাৰীয়ে খাই বেছি খাদ্য
নোৱাৰে শুবলৈ পেটৰ জ্বালাত ;
পেটৰ চিন্তাতে থাকে ৰাতি-দিন
নহয় টোপনি নানা ভাবনাত ।

— x —

( ১৮৯ )

তিৰোতাসকলৰ লগত বেছি বন্ধুতা কৰাটো অৱনতিৰ কাৰণ । পাপীসকলক মুক্ত হস্তে দান কৰাটো পাপৰ অন্তৰ্ভুক্ত ।

কৰা যদি অনুগ্ৰহ পাপীৰ ওপৰে ;
কৰিব অধিক পাপ তোমাৰ অন্তৰে ।

— x —

[ ১৯০ ]

উপযুক্ত সুবিধা পালে শত্রুক ধ্বংস কৰা উচিত ; যিয়ে নকৰে তেওঁ নিজেই নিজৰ শত্ৰু ।

সৰ্প মুখ দেখা যদি ওপৰে শিলৰ ;
তাক নভঙাটো হয় কাম মূৰ্খৰ ।

— × —

[ ১৯১ ]

কোনোবা জ্ঞানীলোক যদি মূৰ্খসকলৰ মাজত পৰে তেওঁ যেন এনেকুৱা আশা নকৰে যে সিহঁতে তেওঁৰ সম্মান ৰক্ষা কৰি চলিব। যদি কোনোবা মূৰ্খই জ্ঞানী লোকক পৰাস্ত কৰে তেন্তে তাত বিস্মিত হবলৈ একো নাই । কাৰণ, সামান্য পাথৰৰ আঘাতত অতি মূল্যবান মুক্তাও চূৰ্ণ-বিচূৰ্ণ হব পাৰে । সুমধুৰ বীণৰ সুৰবোৰ ঢোলৰ মাত ডাঙৰ । তথাপি মানুহে ঢোলৰ মাততকৈ বীণৰ সুৰটি বেছি পছন্দ কৰে ।

কাউৰীৰ লগে এটি পিঞ্জৰাতে
থাকিব লগীয়া হয় যদি কুলি ;
হৰিলে কুলিৰ সুমধুৰ গান
বিস্মিত এইটো নহয় সমূলি ।

পণ্ডিত হাৰিলে মূৰ্খৰ হাতত
মান দুখ পোৱা উচিত নহয় ;
সোণৰ বাচন ভাঙিলে পাথৰে
সোণৰ মূল্য একেদৰে ৰয় ।

— × —

[ ১৯২ ]

বোকাত সোণ পৰিলেও সোণৰ মূল্য নকমে ; আৰু পকে ধুলি আকাশলৈ উৰিলেও কোনেও তাক মূল্যবান বুলি নাভাবে ।

উপযুক্ত মনোযোগী ছাত্ৰৰ শিক্ষাৰ ব্যৱস্থা নোহোৱাটো বৰ দুখৰ বিষয় ; আনপক্ষে অমনোযোগী অনুপযুক্ত ছাত্ৰৰ শিক্ষাৰ ব্যৱস্থা ক্ষতিজনক। তুইৰ মৰ্য্যাদা আৰু সন্মান গৌৰৱ যথেষ্ট ; অথচ ছাইক উচ্চ বংশৰ পৰা উৎপন্ন বুলি কোনেও সন্মান নকৰে। কাৰণ, ইয়াৰ নিজৰ কোনো গুণ নাই। মানুহে চেনি ভাল পায় ; কাৰণ, তাৰ ভিতৰত মিঠা গুণ আছে। তাৰ পূৰ্ব পুৰুষ কুঁহিয়াৰৰ খাতিৰত তাক ভাল পায়, এইটো নহয়।

থাকে যদি গুণ দেখুৱা ইয়াক
নকৰিবা তুমি বংশৰ গৌৰব ;
কাইটৰ মাজে জনমে কুসুম
তথাপিও তাৰ নকমে বৈভব।

— x —

[ ১৯৩ ]

কস্তুৰীয়ে নিজেই সুগন্ধৰ দ্বাৰা নিজৰ গুণ গৰিমা চাৰিওপিনে বিস্তাৰ কৰে। কস্তুৰী বিকোঁতাৰ প্ৰশংসালৈ ই বাট নাচায়। জ্ঞানী লোক সকলে সুগন্ধী বিকোঁতাৰ দৰে নীৰৱে থাকে. তেওঁলোকৰ গুণ-গৰিমাৰ সৌৰভ চাৰিওপিনে সোমকালে বিয়পি পৰে ; তেওঁলোকে নিজ মুখেৰে তাক প্ৰকাশ কৰিব নালাগে। মূৰ্খ লোকসকল ঢোলৰ দৰে ; সিহঁতৰ শব্দ বহুত দূৰৰ পৰা মানুহে শুনে, কিন্তু ভিতৰত একোৱেই নাই।

মূৰ্খৰ মাজত থাকে যদি জ্ঞানী
আদৰ সন্মান কদাপি নহয় ;
অন্ধৰ নিচিনা নাস্তিক লোকে
নাজানে কোৰাণ কি গৌৰবময়।

— x —

( ১৯৪ )

তুমি যাৰ লগত চিৰদিন বন্ধুৰূপে থাকত আবদ্ধ আছা তেওঁৰ

মনত তুমি এটি মুহূর্ত্তও দুখ নিদিবা ।

জীৱনৰ সাধনাত লভিছা বিচিত্ত ;
মুহূর্ত্তত হেকৱালে নাপাবা সি বিত্ত ।

— × —

( ১৯৫ )

শক্তি নাথাকি যদি যুৱত বুদ্ধি থাকে তেন্তে সেই বুদ্ধি চতুৰালিত পৰিণত হয় । আনপক্ষে বুদ্ধি নাথাকি যদি শৰীৰত শক্তি থাকে তেন্তে সেই শক্তি মূৰ্খতা আৰু বলিয়ালিৰ বাহিৰে আন একো নহয় ।

শিষ্টতা ভদ্ৰতা আৰু লাগে বুদ্ধি জ্ঞান ;
তাৰ পিছে টকা আৰু সম্পদৰ স্থান ।

— × —

( ১৯৬ )

যিজন চুক্তিযে টকা গ্ৰহণ কৰে আৰু গাঁচে তেওঁতকৈ সেইজন সাংসাৰিক লোক শ্ৰেষ্ঠ, যিয়ে ভোগ কৰে আৰু দান কৰে । যিয়ে আনৰ শ্ৰদ্ধা পোৱাৰ উদ্দেশ্যে আল্লাৰ উপাসনা কৰে তেওঁ হালাল ( বিধেয় ) বস্তু ভোগ কৰাৰ পৰিবৰ্ত্তে হাৰাম ( নিষিদ্ধ ) বস্তু ভোগ কৰি মহা পাপী হয় ।

খোদাৰ উদ্দেশ্যে যাৰ নহয় সাধনা ;
আল্লাৰত পৰি সি হৈ থাকে কণা ।

— × —

( ১৯৭ )

মূৰ্খ লোকৰ অভদ্ৰ ব্যৱহাৰ ক্ষমা কৰাতো জ্ঞানী লোকৰ কৰ্ত্তব্য নহয় । সেইটো হলে দুয়োৰো ক্ষতি— মূৰ্খৰ অহংকাৰ বাঢ়ি যায় আৰু আনৰ চকুত জ্ঞানীলোক হেয় হব পাৰিব ।

( ১৫৬ )

মুৰুখ লোকক কলে — কোমল বাৰ্ত্তা ;
বাঢে তাৰ অহঙ্কাৰ — উগ্ৰতা হীনতা ।

- x —

( ১৯৮ )

পাপ কৰাটো অন্যায় । জ্ঞানী লোকে পাপ কৰাটো তাতোকৈ বেছি অন্যায় । কাৰণ, জ্ঞানী হৈছে চয়তানৰ বিৰুদ্ধে যুঁজিবলৈ যুদ্ধৰ অস্ত্ৰ স্বৰূপ । নিৰস্ত্ৰক কোনোবাই বন্দী কৰিলে আচৰিত হব লগীয়া একো নাই : কিন্তু অস্ত্ৰধাৰীক কোনোবাই বন্দী কৰাটো বৰ লাজ আৰু ঘৃণাৰ কথা ।

সাধাৰণ মূৰ্খ লোক — পাপ পথে যায় ;
বিদ্যান পাপীতকৈ — লোকে ভাল পায় ;

চকুহীন বুলি মূৰ্খে — সুপথ নাপায় ;
জ্ঞানী লোক চকু থাকি — পৰিছে কুঁৱায় ।

— x —

( ১৯৯ )

এটি নিশ্বাসৰ ওপৰত আমাৰ জীৱন নিৰ্ভৰ কৰে । আমাৰ পাৰ্থিৱ জীৱনৰ দুই পিনে দুটা গভীৰ ৰহস্য বিৰাজ কৰিছে । জীৱনৰ আগৰ আৰু পিছৰ অৱস্থা সম্বন্ধে আমি একো নাজানোঁ । এই নগণ্য পাৰ্থিৱ জীৱনৰ বিনিময়ত যি সকলে অনন্ত জীৱনৰ সম্বল ধৰ্ম বিকে সিহঁত গাধ ।

আল্লাই কোৰআন শৰীফত কৈছে, "হে মানৱ । মই জানো তোমালোকৰ পৰা এনে শপত আদায় কৰা নাছিলোঁ যে তোমালোকে চয়তানৰ পদ অনুকৰণ নকৰিবা ?"

সবাৰ শপত কৰা — সেই অঙ্গীকাৰ ;
কিয় আজি নাই বন্ধু — মনত তোমাৰ ?

মিলিছাহি কাৰ সংগে তাৰা এটি যাৰ ;
ত্যাজি সেই প্ৰিয় সখা সকলো তোমাৰ ।

—+—

[ ২০০ ]

অভিশপ্ত চয়তানে ধৰ্মপ্ৰাণ লোকক একো কৰিব নোৱাৰে । যিসকল লোক একেবাৰেই দুখীয়া, বাদচাহো সিহঁতৰ পৰা একো নিব নোৱাৰে ।

উপাসনা দিয়ে নকৰে খোদাৰ
তাক তুমি ধাৰ একোকে নিদিবা ;
নকৰে খোদাক ভয় দিয়ে তাই
তাৰ ঋণ তুমি কেনেকৈ সাধিবা ?

— × —

[ ২০১ ]

যি জীৱনত আনক আহাৰ সুখুৱায় তেওঁ যদি গলে কোনেও তেওঁক স্মৰণ নকৰিব । আঙুৰ কিমান মিঠা, সেইটো বাগানৰ মালিকে বুজিব নোৱাৰে, বৰং দুখীয়া বিধবা তিৰোতা সকলে বুজিব পাৰে । হজৰত ইউছুফ ( আঃ ) এ দুৰ্ভিক্ষৰ বছৰত তৃপ্তিৰে খোৱা না'ছিল ; কাৰণ, তেওঁৰ ভয় হৈছিল যে তেতিয়া হলে হয়তো তেওঁ ক্ষুধাৰ্ত্ত সকলক পাহৰি যাব ।

সুখ সম্পদত দিয়ে আছে সৰ্বক্ষণ ;
কেনেকৈ বুজিব তেওঁ ক্ষুধাৰ কন্দন ?
পাৰে সি বুজিব কেনে ব্যথিত বেদনা ;
বেদনাৰ মাজে নিজে আছেহি বিজন ।

— × —

( ২০২ )

দুৰ্ভিক্ষৰ সময়ত দুৰ্দশাগ্ৰস্ত দুখীয়া লোকক তুমি এই বুলি সুজিবা যে তেওঁ কেনে আছে । ইয়াতে তেওঁৰ মনৰ দুখ-কষ্ট

খুঁজি পাব। যদি তেওঁৰ আহত মনত তুমি শান্তিৰ প্ৰলেপ দিব পাৰা আৰু কিছু টকা পইচা দি সহায় কৰিব পাৰা তেতিয়া হলেহে তুমি তেওঁৰ অৱস্থাৰ বিষয়ে সুধিবা।

দেখা যদি কাৰোবাৰ গাধ পৰি যোৱা;
পাৰা যদি তুমি তাক উঠাবলৈ চোৱা।

নোৱাৰিলে নাচাপিবা কাষ তুমি তাৰ;
কৰিবা যিমান পাৰা পৰ উপকাৰ।

— X —

[ ২০৩ ]

যাৰ ভাগ্যত যিটো নিৰ্দ্দিষ্ট আছে হাজাৰ চেষ্টা কৰিলেও তাতকৈ বেছি তেওঁ লাভ কৰিব নোৱাৰে। প্ৰত্যেকৰ মৃত্যুৰ সময় নিৰ্দ্দিষ্ট কৰি থোৱা আছে; তাৰ আগেয়ে বা পিছত কোনেও মমৰিব।

কান্দোনত যদি বিদৰে আকাশ
নহয় সলনি বিধান খোদাৰ;
দীন দুখুনীৰ কাতৰ কান্দোনে
নগলে কদাপি নম বিধাতাৰ।

— X —

[ ২০৪ ]

পাপ আচৰণকাৰী ধনীলোক হৈছে সোণ-খটোৱা এডোখৰ লোৰ নিচিনা। বাহিৰটো দেখিবলৈ ধুনীয়া আৰু মূল্যবান, কিন্তু ভিতৰত এডোখৰ মূল্যহীন কলা লো মাটি। আনপক্ষে দুখীয়া ধাৰ্মিক লোকৰ বাহিৰটো ধূলি-মাকতিৰে ভৰা, কিন্তু ভিতৰটো অতি সুন্দৰ প্ৰেমেৰে ভৰপুৰ। তেওঁক হঠাতে দেখিলে সামান্য লোক বুলি ধাৰণা হয়, কিন্তু পিছত তেওঁ নিজ গুণে সকলোৰে মন সোনকালে আকৰ্ষণ কৰে। সকলোৱে তেওঁক ভাল পায়। সেইদৰে মহাপুৰুষ

হজৰত মুছা (আঃ)ৰ ধৰ্ম্মটোও এটি পোহাৰৰ নিচিনা পুৰণি হলেও পৱিত্ৰ আৰু উজ্জ্বল। আনপক্ষে পাপী আৰু ধনী ফেৰাউনৰ সুন্দৰ আৰু সুসজ্জিত ডাঙৰ নগৰ ইয়াৰ তুলনা খাটে। ধাৰ্মিক লোকৰ কঠোৰতাই তেওঁক উন্নতিৰ পিনে নিয়ে; কিন্তু ধনীৰ বিলাস বাসনায় তেওঁক ধ্বংসৰ চাকনৈয়াত পেলাই দিয়ে।

সম্পদ গৌৰৱ দেখি কাৰোবাৰ
হিংসা ভাব যেন নোপোজে তোমাৰ;
ধৰাৰ বুকুত সৰে পৰি ৰব
নাথাকিব সগে সখল যোৱাৰ।

— x —

( ২০৫ )

খোদাৰ দান দেখি যিজন হিংসুক সন্তুষ্ট নহয় তেওঁ অতি কৃপণ। তেওঁ নিৰীহ লোকক শত্ৰু বুলি ভাবি তেওঁৰ ক্ষতি কামনা কৰে।

হেৰা হিংসুক দুৰ্ভগীয়া লোক
কৰা শুধৰণ তোমাৰ স্বভাৱ;
নিৰীহ লোকৰ নকৰি শত্ৰুতা
দিয়া আঁতৰাই তোমাৰ অভাৱ।

— x —

( ২০৬ )

যিজন ছাত্ৰৰ পঢ়িবলৈ আগ্ৰহ নাই তেওঁ অৰ্থহীন প্ৰেমিকৰ দৰে। যিজন দৰবেশৰ তত্বজ্ঞান নাই তেওঁ পাখি নথকা চৰাইৰ দৰে। যিজন শিক্ষিত লোকে ভাল কাম নকৰে তেওঁ ফলহীন বৃক্ষৰ দৰে। যিজন সাধকৰ বিদ্যা নাই তেওঁ দুৱাৰ নথকা ঘৰৰ দৰে।

কোৰ্‌আন চৰীফ এই উদ্দেশ্যে অৱতীৰ্ণ হৈছে যে ইয়াক পঢ়ি আৰু সেই মতে কাম কৰি মানুহে যাতে উত্তম চৰিত্ৰ গঠন কৰে; কোৰআনৰ সুৰাবোৰ কেৱল তহকৈ আওৰাই গলে নহয়।

ধৰ্ম্মপ্ৰাণ সাধাৰণ লোক খোজকাঢ়ি যোৱা পথিকৰ দৰেলাহে লাহে গৈ আছে ; কিন্তু উদাসীন আলেম ( বিদ্বান ) লোকসকল অশ্বাৰোহী হৈও শুই আছে ; দাম্ভিক সাধুতকৈ অনুতপ্ত পাপী শ্ৰেষ্ঠ ।

কোনোবা সাধু হই উদাসীন
দিয়ে যদি দুখ আনৰ মনত ;
তেওঁতকৈ ভাল সিজন চিপাহী
যাৰ দয়া গুণ আছে হৃদয়ত ।

ভাল কাম নকৰা আলেম ( বিদ্বান লোক ) মধুহীন মৌ-মাখিৰ দৰে ; তেওঁৰ পৰা কোনেও উপকাৰ নাপায় ; বৰং অনেক মনত দুখহে পায় ।

— x —

( ২০৭ )

বীৰত্বহীন পুৰুষ তিৰোতাসকলৰ দৰে । লোভী দৰবেশ অপদাৰ্থ ।

হেৰা চুফী„ তব পোছাকটি বগা
কিন্তু আমলনামা কালিমাৰে ভৰা ;
পৃথিৱীৰ পিনে মেলা কিয় হাত
কিয় আস্তিনলৈ দৃষ্টিপাত কৰা ?

— x —

( ২০৮ )

যিজন সদাগৰৰ মালপূৰ্ণ জাহাজ অকূল সাগৰত ডুবিছে আৰু যিজন ভদ্ৰলোকৰ সন্তান ফকিৰসকলৰ লগত মিলিছে এই দুজন লোকৰ মনৰ আক্ষেপ শেষ নহয় আৰু তেওঁলোকৰ অনুতাপৰো কোনো সান্ত্বনা নাই ।

হাতীৰ মাউতে যমীৰ লগত
বন্ধুতা কৰা উচিত নহয় ;

কৰিবলৈ যিটো কৰে যদি মন
আগে ধনীলোক তেওঁ যেন নহয়।

—x—

[ ২০৯ ]

জ্ঞানী আৰু তত্ত্বদৰ্শী লোকসকলে অনুমান কৰি ঔষধ খোৱাটো আৰু নজনা পথেৰে অকলে যোৱাটো কেতিয়াও অনুমোদন নকৰে। হজৰত ইমাম গাজ্জালী ( ৰঃ ) ক সোধা হৈছিল, "আপুনি কেনেকৈ এনেকুৱা অসাধাৰণ বিদ্যা উপাৰ্জন কৰিব পাৰিলে?" তেওঁ উত্তৰ দি কৈছিল, "মই যিটো নাজানোঁ সেইটো আনক সুধি লবলৈ মই লাজ কৰা নাছিলোঁ। এইটোৱেই মোৰ উন্নতিৰ কাৰণ।"

দক্ষ ডাক্তৰক দেখুৱালে দেহা
স্বাস্থ্যৰ আশা কৰিব পাৰিবা;
লাজ নকৰাকৈ আনক সুধিলে
নজনা কথাটি জানিব পাৰিবা।

যিটো অতি সহজে বুজিব পৰা যায় সেইটো নিজৰ পদ-মৰ্য্যদা হানি কৰাটো বাদচাহৰ কৰ্ত্তব্য নহয়।

— x —

[ ২১০ ]

যিয়ে অসৎ লোকৰ লগত সম্বন্ধ ৰাখে, যদিও তেওঁ অসৎ গুণবোৰৰ দ্বাৰা প্ৰভাবান্বিত নহয়, তথাপি তেওঁ দুৰ্নামৰ পৰা হাত সাৰিব নোৱাৰিব কোনোবাই মদৰ দোকানলৈ নামাজ পঢ়িবলৈ গলেও মানুহে তেওঁক মদপী বুলি তেওঁৰ অসাক্ষাতে নিন্দা কৰিবলৈ নেৰিব।

মূৰ্খৰ লগত তুমি বন্ধুতা কৰিলে;
মূৰ্খৰ ছাপটি তব ৰহিব কপালে।
মিৰ্মিলিবা কেতিয়াও মূৰ্খৰ লগত;
নিজা যদি হবা মূৰ্খ জানিবা মতত।

— x —

[ ২১১ ]

কাৰোবাৰ লগত কিবা প্ৰয়োজনীয় কথা পাতিব লাগিলে তেওঁৰ মনৰ অৱস্থা আগেয়ে বুজি লোৱা উচিত।

মন বুজি কথা কবা হেৰা জ্ঞানীজন ;
বুজা যদি শুনিবলৈ আছে তাৰ মন।
মজনুৰ লগে কথা কলে কেতিয়াবা ;
লায়লীৰ কথা বিনে একো নুশুনিয়াবা।

— ✕ —

[ ২১২ ]

উটৰ ধৈৰ্য্য আৰু আনুগত্য অসাধৰণ। যদি এটা সৰু লৰায়ো তাৰ লাগাম ধৰি লৈ যায়, তথাপি সি দুশ ক্ৰোশলৈ তাৰ লগে লগে অতি সন্তুষ্ট চিত্তে গৈ থাকে। যদি এনেকুৱা কিবা বিপদ আহি সন্মুখত পৰে, য'ত জীৱন নাশ হব পাৰে, অথচ সেই লৰাটিয়ে মুৰ্খতাৰ কাৰণে তাক লৈ সেইপিনে যাব খোজে তেতিয়া হলে উটটোৱে কিন্তু তাৰ কথা নুশুনিব। সি লৰাটিৰ হাতৰ পৰা জোৰ কৰি লাগাম ছিঙি পেলাব আৰু দুনাই তাৰ অনুগত হৈ নচলিব। বিপদৰ সময়ত নিৰ্বোধৰ দৰে আনৰ অনুগত হোৱাটো ভাল নহয়।

কথিত আছে, "কোমল ব্যৱহাৰৰ দ্বাৰা শত্ৰু কেতিয়াও বন্ধু নহয় ; বৰং তাৰ শত্ৰুতাৰ স্পৃহা দুগুণে বাঢ়ে।"

প্ৰাণ খুলি যদি কেৱে ভাল পায় তব ;
তেওঁৰ চৰণ ধূলি তব বন্ধু হব।
বিৰুদ্ধাচাৰীক তুমি ঠিক শিক্ষা দিবা ;
অন্যায় জুলুমতাৰ মূঠে নসহিবা।

— ✕ —

[ ২১৩ ]

আন দুজন মানুহৰ কথাৰ মাজত দিয়ে নিজৰ বাহাদুৰী

দেখুৱাবলৈ নিজ ইচ্ছাবে কথা কয়, মানুহে তেওঁক মূৰ্খ বুলি ভাবে।

সুমুখিলে একো কথা জ্ঞানীয়ে নকয় ;
মূৰ্খইহে সৰ্বক্ষণে বেছি কথা কয়।

— × —

[ ২১৪ ]

সকলো বিষয়ৰ আলোচনা সদায় সুৰুচিসঙ্গত নহয়। সেয়েহে জ্ঞানী লোকে কয়, "মূৰ্খ লোকে কথাৰ মৰ্ম সুবুজি আৰু কিছুমাৰ উত্তৰ শুনি মিছাকৈয়ে তৰ্ক কৰে।"

উপকাৰ যদি সুবুজা কথাত
নীৰৱে থকাটো উচিত তোমাৰ ;
মিছাতকৈ সঁচা বহুগুণে ভাল
শাস্তি হলেও হব উপকাৰ।

— × —

[ ২১৫ ]

মিচা কথাই আমাৰ আত্মাৰ ওপৰত এডোখৰ ভীষণ ঘা উৎপন্ন কৰে। এই ঘাৰ চিন কেতিয়াও বিলীন নহয়। মিছলীয়া লোকে সঁচা কথা কলেও কোনেও বিশ্বাস নকৰে।

সকলোৱে সত্যবাদী বুলি জানে যাক ;
কৰিলেও দোষ সবে ক্ষমা কৰে তাক।

মিছলীয়া বুলি যাক সকলোৱে জানে ;
তাৰ কথা সঁচা বুলি কোনেও নামানে।

— × —

( ২১৬ )

বাহ্যিক দৃষ্টিত মানুহ সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ আৰু কুকুৰ সকলোতকৈ ঘৃণিত। কিন্তু জ্ঞানীসকলৰ মতেৰে মত এই যে অকৃতজ্ঞ মানুহতকৈ কৃতজ্ঞ কুকুৰ অনেক গুণে ভাল।

পাইবি নাখায় কুকুৰে কদাপি
তোমাৰ এমুঠি যদি অন্ন খায় ;
শত পাথৰৰ নিষ্ঠুৰ আঘাত
যদিও সদায় তব হাতে পায়।

গোটেই জীৱন অতি যতনেৰে
প্ৰতিপাল যদি কৰা মানৱক ;
সামান্য কাৰণে আহি তেওঁ যুঁজে
তোমাৰ বিৰুদ্ধে পাহৰি সবক।

— × —

[ ২১৭ ]

যিজন লোক সদায় প্ৰবৃত্তিৰ দাস তেওঁৰ ভিতৰত উচ্চ গুণ-বোৰ প্ৰকাশ নাপায়। যাৰ ভিতৰত উচ্চ গুণবোৰ নাই, তেওঁ শ্ৰেষ্ঠত্ব আৰু কৰ্তৃত্ব পাবলৈ উপযুক্ত নহয়।

কৰেহি যিজনে অধিক ভোজন
নকৰা তেওঁক ভাল বুলি তুমি ;
তেওঁৰ ভিতৰে অতি কম গুণ
পাবা দেখিবলৈ ধৰা বুকে ভ্ৰমি।

যেতিকৈ খাই কৰা যদি মোটা
তোমাৰ শৰীৰ গৰুৰ নিচিনা ;
গৰুৰ নিচিনা পাবা অনাদৰ
সহিব লাগিব অশেষ যাতনা

— × —

[ ২১৮ ]

ইঞ্জিল কিতাপত আল্লাই কৈছে, "হেৰা আদমৰ বংশধৰ-সকল। যদি মই তোমালোকক ধনী কৰোঁ তোমালোকে ধনৰ মোহত পৰি পাহৰি যাবা। আনপক্ষে যদি মই তোমালোকক দুখীয়া কৰোঁ তোমালোকে দুখৰ চিন্তাত বহি বহি সময় কটাবা। তোমা-

লোকৰ অৱস্থা যদি এনেকুৱাই হয়, তেন্তে মোৰ সাধনাৰ সোৱাদ তোমালোকে কেনেকৈ ভোগ কৰিবা আৰু মোৰ উপাসনাত কেতিয়া নিমগ্ন হবা ?

পালে ধন তুমি থাকা মত্ত হই
হোৱাহি অস্থিৰ নাপালে আহাৰ ;
কেতিয়া খোদাত অৰ্পিবা চিত্ত
যদি এইটোৱে অৱস্থা তোমাৰ ।

— x —

( ২১৯ )

যদি আল্লাই ৰাগ কৰি ভৰোৱাল ধৰে তেন্তে নবী আৰু আওলিয়া সকলেও ( মহাপুৰুষ আৰু সিদ্ধপুৰুষ সকলেও ) ভয়তে কপে। আনপক্ষে যদি তেওঁ কৰুণাৰ দৃষ্টিৰে চায় তেন্তে বহুত পাপীও শেষ বিচাৰৰ দিনত মুক্তি পাই বেহেস্তলৈ ( স্বৰ্গৰ বাগানলৈ ) যাব পাৰিব ।

যদি ৰাগ কৰি চাওহি খোদাই
শেষ বিচাৰৰ কঠোৰ দিনত ;
নবী ৰছুলৰো আছে কি ক্ষমতা
খুজিবলৈ কিছু তেওঁৰ কাষত ?
কৰুণা নজৰে চায় যদি তেওঁ
আছে যিসকল মহা পাপী লোক ;
পুল চিৰাতৰ পথত সহজে
বাচি যাব এৰি দুখ তাপ শোক ।

— x —

[ ২২০ ]

ভাগ্যবান লোকসকলে পূৰ্ব্ববৰ্ত্তীসকলৰ অৱস্থা আৰু জীৱনৰ ইতিহাসৰ পৰা শিক্ষা লাভ কৰে । পৰবৰ্ত্তী লোকসকলে তেওঁ- লোকৰ জীৱন কাহিনীৰ পৰা শিক্ষা পোৱাৰ আগেয়ে তেওঁলোকে এই শিক্ষা লাভ কৰি সেই মতে কাম কৰে । তেওঁলোকে দেখি

শিকে, কিন্তু মূৰ্খই ঠেকি শিকে ; কিন্তু সেই শিক্ষাৰ পৰা একো ফল নহয়।

কথিত আছে, "চোৰে তাৰ হাত কেতিয়াও কোচাৰ নোৱাৰে, যেতিয়ালৈকে চুৰিৰ অপৰাধত তাৰ হাত কাটি চুটি কৰা নাযায়।"

নপৰে চৰাই ফান্দত কদাপি
দেখে যদি এটি হই আছে বন্দী ;
দেখিবা তেতিয়া চতুৰ ব্যাধৰ
ব্যৰ্থ হয় শত প্ৰলোভন ফান্দ ।

আনৰ বিপদ দেখি হেৰা তুমি
এতিয়াৰে পৰা হোৱা সাৱধান ;
থাকোতে সময় জ্ঞান চকু মেলি
পৰিণাম লই হোৱা যত্নবান ।

— + —

[ ২২১ ]

যাৰ আধ্যাত্মিক কাণ কলা, তেওঁ কেনেকৈ সেই প্ৰেমময় আল্লাৰ আহ্বান শুনিব ? যাক দেওঁ সৌভাগ্যৰ জালত আবদ্ধ কৰি আকৰ্ষণ কৰে, তেওঁ যিকোনো প্ৰকাৰেই হওক নালাগে তেওঁৰ পিনে আগ নাবাঢ়ি নোৱাৰে ।

আছে যিসকল খোদাৰ প্ৰেমিক
গভীৰ নীৰৱ আল্লাৰ ৰাতি ;
দিনৰ নিচিনা উঠি তেওঁলোকে
দেখে দহো-দিশে উজ্জল বাতি ।

তেওঁৰ অপাৰ করুণাৰ বাবে
লভে সেই ভাগ্য মানুহে নিজৰ ;
নোৱাৰে লভিব হাক বাহু বলে
মহা পৰাক্রমী যিসকল নৰ ।

—x—

[ ২২২ ]

যিজন বাদচাহৰ শেষ জীৱনটো বেয়া তেওঁতকৈ যিজন ভিক্ষাৰীৰ শেষ জীৱনটো ভাল, তেওঁ শ্ৰেষ্ঠ। যাৰ শেষ জীৱন ভাল প্ৰকৃত পক্ষে তেওঁহে ভাল বুলি পৰিগণিত।

দুখৰ পিছত সুখ ভাল অতিশয়;
আগে সুখ পিছে দুখ অসহ্য নিশ্চয়।

— x —

( ২২৩ )

আকাশে পৃথিৱীক নানা উপহাৰেৰে গৌৰৱান্বিত কৰে; পৃথিৱীয়ে কিন্তু তাৰ প্ৰতিদান স্বৰূপে ধূলিৰ বাহিৰে আকাশক আন একোকে নিদিয়ে। কোনো এটি পাত্ৰত যি বস্তু থাকে সেইটোৰ বাহিৰে সেই পাত্ৰটিৰ পৰা আন কিবা পাবলৈ আশা কৰাটো অন্যায়।

মোৰ স্বভাৱ ভাল সঁচাকৈ নহয়;
তোমাৰ স্বভাৱেৰে মোক কৰা জয়।

— x —

[ ২২৪ ]

আল্লাই আমাৰ সকলোবোৰ গোপন দোষ দেখি আছে; তথাপি তেওঁ সেইবোৰ প্ৰকাশ নকৰে। প্ৰতিবেশীসকলে সেইবোৰ নেদেখে; তথাপি তেওঁলোকে অনুমান কৰি উচ্চস্বৰে কলঙ্ক ঘোষণা কৰি থাকে।

মানুহে গোপন কথা জনা হলে ভাই;
নাপালে হেঁতেন কতো কোনেও থেহাই।

— x —

[ ২২৫ ]

খনিৰ পৰা সোণ উদ্ধাৰ কৰা হয়; কিন্তু কৃপণৰ প্ৰাণ নোযোৱালৈ তেওঁৰ হাতৰ পৰা ইয়াক উদ্ধাৰ কৰাটো সম্ভৱ নহয়।

হতভাগা জনে — ৰাখে জমা কৰি
ভাবে তেওঁ খালে — ধন কমি যাব ;
শত্ৰুৰ হাতত — সপি অৱশেষে
মৰমৰ ধৰা — ক'ত এৰি যাব ।

— x —

[ ২২৬ ]

যিয়ে অধিনত থকা আৰু দুখীয়া লোকসকলৰ ওপৰত অনুগ্ৰহ নকৰে ; তেওঁ তেওঁতকৈ ক্ষমতাশালী লোকৰ অত্যাচাৰ সহ্য কৰিব লগীয়া হয় ।

শৰীৰত যাৰ — আছে বল শক্তি
দুখীয়াক যেন — জুলুম নকৰে ;
আনৰ কাৰণে — খান্দে যদি খাল
সেই খালতেই — নিজে পৰি মৰে ।

অত্যাচাৰী জন — আনৰ হাতত
সহিব জুলুম — জানিবা নিশ্চয় ;
আনৰ ওপৰে — নকৰি জুলুম
সকলোৱে যেন — সাৱধান হয় ।

— x —

( ২২৭ )

এজন দৰবেশে আল্লাৰ ওচৰত এইদৰে প্ৰাৰ্থনা কৰিছিল, "হে আল্লাহ ! তুমি অসৎ লোকসকলৰ ওপৰত অনুগ্ৰহ কৰা । যিসকল সৎলোক তেওঁলোকে তোমাৰ অনুগ্ৰহ আগেয়ে লাভ কৰিছে ; পজিকে তেওঁলোকে সৎ হব পাৰিছে ।"

যি ঠাইত শত্ৰুতা আৰু হাই কাজিয়া আছে সেই ঠাইৰ পৰা জ্ঞানী লোকসকল পলায় । আনপক্ষে যি ঠাইত মিলা-প্ৰীতি আৰু শান্তি আছে সেই ঠাইত তেওঁলোক থাকে । প্ৰথম তোপৰ পৰা

আঁতৰি থাকিব পাৰিলে শান্তি পোৱা যায়। দ্বিতীয় ঠাই ডোখৰত সুখ আৰু মধুৰতা আছে।

ঘোটকৰ হয় প্ৰবল ইচ্ছা
চৰি ফুৰিবলৈ পথাৰ মাজত ;
কিন্তু সি দেখো নহয় স্বাধীন
আছে বন্দী হৈ আনৰ হাতত।

— x —

[ ২২৮ ]

জমছেদ বাদচাহে পোন প্ৰথমে বস্ত্ৰৰ ওপৰত নক্সা আৰু বাঁওহাতৰ আঙুলিত আঙঠি পৰিধানৰ প্ৰথা প্ৰবৰ্ত্তন কৰিছিল। তেওঁক সোধা হৈছিল, "আপুনি বাঁওহাতৰ আঙুলিত কিয় আঙঠি পৰিধান কৰে ? সকলোৱে জানে যে সোঁহাতৰ সন্মান আৰু গৌৰব বেছি।" বাদচাহে উত্তৰ দি কলে, "সততা হৈছে সৎলোকৰ সৰ্ব্বশ্ৰেষ্ঠ অলঙ্কাৰ। তেওঁৰ কাৰণে আন অলঙ্কাৰ আৱশ্যক নহয়। যিজন লোক নিজগুণে গৌৰৱান্বিত, কৃত্ৰিম উপায়ে তেওঁৰ গৌৰব বৃদ্ধিৰ প্ৰয়োজন নহয়।"

প্ৰসিদ্ধ বাদচাহ কৰিদুনে চীন দেশৰ বিখ্যাত চিত্ৰকৰ সকলক শিবিৰ বস্ত্ৰৰ চাৰিও পিনে কাৰুকাৰ্য্য কৰি দিবলৈ আদেশ দিছিল। কাৰণ শিবিৰ বস্ত্ৰ সাধাৰণতে তেনেকুৱা মূল্যবান নহয়। গতিকে ইয়াৰ মূল্য বঢ়াবলৈ ইয়াৰ ওপৰত কাৰুকাৰ্য্য কৰাৰ প্ৰয়োজনতা তেওঁ বিবেচনা কৰিছিল।

গুণী জ্ঞানী লোক নহয় যিজন
ভাল ব্যৱহাৰে তোষা সদা তাক ;
নাই একো ভয় সিজনৰ প্ৰতি
ভাল লোক বুলি জানা তুমি যাক।

x —

[ ২২৯ ]

এজন মহৎ লোকক সোধা হৈছিল, "আপুনি বাক কওকচোন সকলোবোৰ কাম সেঁ৷ হাতৰ দ্বাৰা হয় কাৰণে ইয়াৰ সন্মান আৰু গৌৰৱ বেছি, তথাপি ইয়াক বঞ্চিত কৰি মানুহে কিয় বাঁও হাতৰ আঙুলিত সোণৰ আঙঠি পিন্ধে ? তেওঁ উত্তৰ দি কলে, "তুমি নাজানানে যে শ্ৰেষ্ঠ গুণী লোকসকল সদায় ধন সম্পদৰ পৰা বঞ্চিত হৈ থাকে ।"

জগতে খোদাৰ দেখোঁ      এইটো বিধান ;
যদিওবা হয় ধনী      নাই বুদ্ধি জ্ঞান ।

বিদ্ধমান মহাজ্ঞানী      মনীষী সুজন ;
সহি আছে নিৰৱধি      দাৰিদ্ৰ পীড়ন ।

— x —

( ২৩০ )

যাৰ টকাৰ লোভ নাই, আনপক্ষে নিজৰ মূৰ দিবলৈও যাৰ কোনো ক্ষোভ নাই তেওঁৰ পক্ষে বাদচাহক উপদেশ দিবলৈ যোৱাটো সজত । বাদচাহক মুক্ত আৰু সাহসী প্ৰাণ লৈ নিঃস্বাৰ্থভাবে উপদেশ দিব লাগিব । কাৰণ তাত সম্পূৰ্ণভাবেই জীৱন নাশৰ ভয় আছে ।

একেশ্বৰ বাদী      ধৰাত যিজন
খোদাৰ পৰম      ভক্ত সিজন ;
কদাপিও ভয়      নকৰে অসিক
নিৰ্বিচাৰে তেওঁ      ৰাজ সিংহাসন ।

নাই কাৰো পৰা      কোনো আশা ভয়
এই জগতত      সিজন লোকৰ ;
জগতে যিজন      মহা ভাগ্যবান
এই নিদৰ্শন      খোদা ভক্তৰ ।

— x —

[ ২৩১ ]

বাদচাহৰ কৰ্ত্তব্য হৈছে দুষ্টক দমন কৰা ; পুলিচৰ কৰ্ত্তব্য হৈছে চোৰ ডকাইতৰ অত্যাচাৰৰ পৰা সকলোকে ৰক্ষা কৰা। কাজীয়ে ( বিচাৰক ) বিচাৰৰ দ্বাৰা সকলো বিষয়ৰে মীমাংসা কৰে।

আছে যদি ঋণ দিয়া খুচি কৰি
মিছাকৈ সহিবা কিয় অপমান ;
নিদিলে স্বেচ্ছায় চিপাহীৰ কোবে
দিবই লাগিব হব লোকচান।

— x —

[ ২৩২ ]

বেছি টেঙা বস্তু খালে সকলোৰে দাঁত টেঙাই ব্যৱহাৰৰ অনুপযুক্ত হৈ পৰে। কাজীৰ ( বিচাৰকৰ ) দাঁত কিন্তু ভেঁটিৰ মিষ্টতাতহে অকামিলা হৈ পৰে। ভেঁটিৰ মিষ্টতাৰ প্ৰভাৱত কাজীৰ নিৰপেক্ষ বিচাৰ-ক্ষমতা নাথাকে।

বিচৰাকে ভেঁটি কৰিলে গ্ৰহন
নাথাকে তেওঁৰ হিতাহিত জ্ঞান ;
ন্যায়ক অন্যায় বুলি কব লই
কদাপি তেওঁৰ নকপেহি প্ৰাণ।

— x —

[ ২৩৩ ]

চৰিত্ৰহীনা ব্যভিচাৰিণী তিৰোতাই বুঢ়ী অৱস্থাত তওবাহ নকৰি ( অনুতপ্ত নহৈ ) কি কৰিব ? তেতিয়া সেযোন তাইৰ পাপ কাম কৰিবলৈ সাধ্য বা সুযোগ নাই। নিজৰ পুলিচ কৰ্মচাৰী নিজৰ অসৎ আচৰণৰ বাবে চাকৰিৰ পৰা বৰ্খাস্ত হৈছে তেওঁ মানুহৰ ওপৰত আৰু কেনেকৈ অসৎ আচৰণ কৰিব পাৰে ? এনেলোকে প্ৰয়োজনৰ বাধ্যতা মূলক সাধুতাক প্ৰশংসা কৰিব লগীয়া একো নাই।

ভৰ যৌৱনত যুৱকে যদিহে
আল্লাৰ পথত কৰেহি সাধনা ;
জগতৰ লোকে বাঘ বুলি কই
ৰখানে তেওঁক দেখি আৰধনা ।
অতি বৃদ্ধ লোকে বহি গৃহ কোণে
যদি উপাসনা কৰেহি আল্লাৰ ;
তেওঁৰ প্ৰশংসা কৰিম কিদৰে
নাই একো মূল্য তেনে সাধনাৰ ।

— x —

[ ২২৪ ]

যিসকলৰ আছে অথচ নাখালে আৰু যিসকলে জানে অথচ সেই অনুযায়ী কাম নকৰিলে, মৃত্যুৰ সময়ত তেওঁলোকে অশেষ অনুতাপ লৈ যায় ।

কৃপণৰ দোষ সদা ঘোষে সকলোৱে ;
নাপায় কদাপি ভাল তেওঁক কোনোৱে ।
দাঁতৰ যদিও দোষ হুশ মান হয় ;
মানুহে গোপন কৰি কদাপি নকয় ।

— x —

( ২৩৫ )

এজন মানুহে এজন প্ৰসিদ্ধ জ্ঞানী লোকক সুধিলে, "আল্লাৰ সৃষ্টি সকলোবোৰ গছবেই ফল হয় ; ফলহীন গছ প্ৰায় দেখা নাযায় । কিন্তু বজা বাদচাহৰ অতি প্ৰিয় আৰু মহা গৌৰৱান্বিত সৰল গছৰ যেখোন কোনো ফল নহয় । ইয়াত কি গভীৰ তত্ত্ব নিহিত আছে ?" জ্ঞানী লোকজনে উত্তৰ দি কলে, 'আন সকলোবোৰ গছেই এটি এটি সময়ত ফুল, পাত, ফল, আদিৰে পূৰ্ণ হয় আৰু তাৰ পাছত নগ্ন মূৰ্ত্তি ধাৰণ কৰি সিহঁতৰ একো শাইকিয়া হয় । সৰল গছ কিন্তু এনেকুৱা নহয় ; বছৰৰ বাৰ মাহেই ই ফল ফুল বিহীন হৈ

একেটা অৱস্থাতে থাকে। ইয়াৰ জীৱনত ভাবৰ কেতিয়াও কোনো পৰিৱৰ্ত্তন নহয়। ই সদায় বিকাৰ শূণ্য অৱস্থাত মূৰ তুলি সগৌৰৱে থিয় হৈ থাকে। যিসকল লোক সিদ্ধ পুৰুষ তেওঁলোকৰ অৱস্থাও ঠিক তেনেকুৱা। সংসাৰৰ কোনোটোৱে আৰু সুখ-দুখ আদিয়ে তেওঁলোকক স্পৰ্শ কৰিব নোৱাৰে। সংসাৰৰ কোনো পাপত তেওঁলোক জড়িত নহয়। তেওঁলোকে চিৰকাল মহা গৌৰৱে অবিকৃত অৱস্থাত থাকে। স্বাধীন লোক সকলৰ গুণ এই সবল গছবোৰৰ মাজেদি প্ৰকাশ পায়। সেই কাৰণে তেওঁলোকৰ প্ৰতি মানুহৰ ইমান শ্ৰদ্ধা, ইমান আদৰ ”

| | |
|---|---|
| পাৰিলে কলাণ | হয় নিচিনা |
| সবাকো কল্যাণ | কৰা বিতৰণ ; |
| নোৱাৰিলে সিটো | থাকি একপিনে |
| পেলোৱা চিঙি তুমি | সংসাৰ বন্ধন। |
| তুমিনৰ এই | মায়া বন্ধনত |
| পৰিলোকে ভায় | নিজকে পাহৰে ; |
| শুচি যায় সবে | হুই প্ৰভাবিত |
| এৰি সকলোকে | তটিনীৰ দৰে। |

( সমাপ্ত )

শব্দৰ চয়ন পৰিচয়।

আঃ— আলাইহিচ্ছালাম অৰ্থাৎ তেওঁৰ ওপৰত শান্তি বৰষক।

আওলীয়া— সাধক বা সিদ্ধ পুৰুষ।

আজান - নামাজলৈ আহ্বান কৰা কাৰ্য।

আবে হায়াত — সঞ্জীৱনী পানী।  আমিৰ - বৰ ধনী মানুহ।

আমল নামা - কৰ্ম্ম তালিকা, ইয়াত ভাল আৰু বেয়া কামবোৰ ফেৰেস্তাই লিখে।

আলেম— জ্ঞানী বা বিদ্বান লোক। ইমাম— নেতা বা পুৰোহিত।
উজিৰ— মন্ত্ৰী। এবাদত— আল্লাৰ উপাসনা।
ওজু—হাত, মুখ, ভৰি, আদি ধুৱা কাম। ওৱাজ— ধৰ্ম্ম বক্তৃতা।
কবুল— মঞ্জুৰ। কাজী- চিচাৎক।
কাফন - মৃত দেহ ঢাকি ৰখা কাপোৰ বা আবৰণ।
কাফেৰ— নাস্তিক বা অবিশ্বাসকাৰী।
কা'বা ঘৰ বিশ্ব মুছলিমৰ পবিত্ৰ মিলনৰ স্থান।
কাবিল নামা বিয়াৰ সময়ত দৰাই লিখি দিয়া এখনি চুক্তিপত্ৰ বা দলিল। কিয়ামত মহাপ্ৰলয়, পুনৰুত্থান, শেষৰ বিচাৰ।
কোৰবাণী - উৎসৰ্গ খোতবা— ধৰ্ম্ম বক্তৃতা বা ভাষণ।
জিকিৰ— আল্লাৰ ধ্যান বা স্মৰণ। চুফি - খোদা প্ৰেমিক লোক।
তুৰ—এখনি সৰু পাহাৰ, য'ত তৌৰাত কিতাপখনি আল্লাৰ পৰা হজৰত মুছা ( আঃ ) ৰ ওপৰত অৱতীৰ্ণ হৈছিল।
দৰবেশ— সাধক সিদ্ধ পুৰুষ।
দীনাৰ— এবিধ সোণৰ মুদ্ৰা, ভাৰতীয় আৰৈ টকাৰ সমান।
দোজখ— নৰক কুণ্ড, পাপীসকলক দিয়া শাস্তিৰ ঠাই।
দোৱো— আল্লাৰ ওচৰত প্ৰাৰ্থনা। দেনমোহৰণা—পাবলগা স্ত্ৰীধন।
নবী— প্ৰেৰিত মহাপুৰুষ
পুলচিৰাত— আধ্যাত্মিক জগতৰ এডাল সূতাৰ সাকো। মৃত্যুৰ পিচত ইয়াক পাৰ হৈ যাব লাগে।
ফজল— কৃপা, দয়া। ফিৰিস্তা— দেৱদূত সৰগৰ দেৱতা।
বেহেস্ত— স্বৰ্গৰ বাগান, পুণ্যবান সকলক দিয়া সুখ-শান্তিৰ ঠাই।
মানত—আল্লাৰ নামত উৎসৰ্গ কৰিবলৈ কৰা সংকল্প।
মোৱাজ্জিন— নামাজলৈ আহ্বান কৰোতা।
ৰাকাত—নামাজত উঠাবহা কাৰ্য্য
ছাদকা—দাতব্য, মূল্য নোলোৱাকৈ এনে দিয়া বস্তু।
হজ্জ—মক্কালৈ গৈ তীৰ্থস্থান দৰ্শন কৰা।
হাৰাম— নিষিদ্ধ। হালাল— বিধেয়।

- শুদ্ধবণী —

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ৪ | ১২ | কৰিবলৈ | কৰিলে |
| ১০ | ১৩ | কোমেবা | কোনোবাং |
| ২০ | ২৪ | লৰাটিজিয়ে | লৰাটিয়ে |
| ২৩ | ৫ | আল্লৰ | আল্লাৰ |
| ২৪ | ৬ | মূল্যে | মূল্যও |
| ৪৭ | ১ | অকনো | অকণো |
| ৪৮ | ২২ | লেহাঁত | লেংটি |
| ৪৯ | ১০ | আটাহবোৰ | আটাইবোৰ |
| ৫০ | ১৮ | ধাৰনাই | ধাৰণাই |
| ৫১ | ১৪ | বস্থৰ | বস্ত্ৰৰ |
| ৫২ | ১২ | বিপন | বিপদ |
| ৫২ | ১৭ | দুখ | দুখে |
| ৫৫ | ৭ | ভুলি | ভুল কৰি |
| ৫৯ | ২ | দেখিলছ | দেখিয়েই |
| ৫৯ | ৯ | দাতুৰা | দাঙৰা |
| ৫৯ | ১৭ | কোনত | কোণত |
| ৫৯ | ১৫ | কোনত | কোণত |
| ৫৯ | ১৬ | ৫০ | সেইটো নালাগে |
| ৫৯ | ১৭ | কোন | কোণ |
| ৫৯ | ১৮ | কৰোহি | কৰেহি |
| ৫৯ | ২০ | কোনে | কোণে |
| ৬১ | ৯ | আছি | বহি |
| ৬২ | ২১ | তিৰস্তাৰ | তিৰস্কাৰ |
| ৬৪ | ১০ | গুন | গুণ |
| ৬৭ | ২৬ | কৰা | নকৰা |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ৬৯ | ৯ | বাচি | বাছি |
| ৬৯ | ১৭ | বিচাৰৰ | বিচাৰত |
| ৬৯ | ১৭ | প্ৰমান | প্ৰমাণ |
| ৬৯ | ১৮ | বাচি | বাছি |
| ৬৯ | ৮৭ | স্বৰটি কবিতাটিৰ তলত হব। | |
| ৭০ | ১ | দুৰ্বৰহাৰ | দুৰ্ব্যৱহাৰ |
| ৭১ | ২ | বিদিময়ত | বিনিময়ত |
| ৭১ | ১৮ | ” ” | এইটো নালাগে |
| ৭৫ | ৩ | পৰিষদ | পাৰিষদ |
| ৭৭ | ১০ | কৃপন | কৃপণ |
| ৭৮ | ৯ | ধনীৰা | ধুনীয়া |
| ৮০ | ২১ | স্বম্বন্ধ | সম্বন্ধ |
| ৮২ | ৮ | ভোক | ভোগ |
| ৮৪ | ৭ | আপুনি | “আপুনি |
| ৮৪ | ২৩ | পাথৰ | পাথৰো |
| ৮৭ | ৯ | তুমি | ‘তুমি |
| ৯০ | ৬ | বুদ্ধিৰ | বুদ্ধিৰ |
| ৯০ | ১০ | লয় | লই |
| ৯১ | ১ | চৰিত্ৰৰ | চৰিত্ৰও |
| ৯২ | ৮ | মানুহৰ····বৰ | মানুহৰ এজন বৰ |
| ৯২ | ২০ | ৰকম | নানা ৰকম |
| ৯৩ | ৫ | নিজ | নিচা |
| ৯৩ | ১৪ | পোৱাৰ | পোৱাবে |
| ৯৪ | ১১ | কণ্ঠস্বৰ | কণ্ঠৰ |

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১৪৯ | ৭ | শূনং | শূণ্য |
| ১৫১ | ১ | কৰি | কষ্ট কৰি |
| ১৫২ | ৭ | খাই | খায় |
| ১৫২ | ৯ | খাই | খায় |
| ১৫২ | ১১ | খায় | খাই |
| ১৫২ | ১২ | খাই | খায় |
| ১৫৮ | ১৫ | নম | মন |
| ১৬০ | ৯ | অনেক | অনেকে |
| ১৬১ | ২ | নহয় | হয় |
| ১৬৩ | ১৩ | সেইখো | সেইটো হবি |
| [illegible] | ৮ | ফান্দি | কান্দি |
| ১৬৬ | ১৩ | হাক | যাক |
| ১৬৮ | ৫ | অধিনত | অধীনত |
| ১৭১ | ৩ | বিচাৰক | বিচাৰকে |
| ১৭১ | ১২ | গ্ৰহন | গ্ৰহণ |
| ১৭৩ | ২০ | এওঁলোকে | এওঁলোক |
| ১৭২ | ৪ | আৰধনা | আৰাধনা |
| ১৭২ | ১৭ | সৃষ্ঠি | সৃষ্ট |